# ।। অসমৰ বন-বননি বন্যপ্ৰাণী ।।

শ্ৰীজীৱন দাস






অসম সাহিত্য সভা

Asomor Bon-Bonani Banyaprani—A book about Forests and Wildlife of Assam compiled by Sri Jiban Das and Published by Sri Satish Chandra Choudhury, General Secretary Asom Sahitya Sabha, Chandra Kanta Handique Bhaban, Jorhat.

---

অসমৰ বন-বননি বন্যপ্ৰাণী

লেখক : শ্ৰীজীৱন দাস।

প্ৰথম প্ৰকাশ : জানুৱাৰী ১৯৯০ চন।
ছপা সংখ্যা — ১১০০ কপি।

প্ৰকাশক :
শ্ৰীসতীশ চন্দ্ৰ চৌধুৰী
প্ৰধান সম্পাদক,
অসম সাহিত্য সভা
চন্দ্ৰকান্ত সন্দিকৈ ভৱন,
যোৰহাট, অসম।



প্ৰচ্ছদপটৰ শিল্পী :
শ্ৰীকুল বৰা,
গোলাঘাট।



অবিহণা : ১৫·০০ টকা মাত্ৰ

ছপাশাল :—
ইউনাইটেড্ প্ৰিণ্টিং প্ৰেছ,
আৰ, জি, বৰুৱা ৰোড, গুৱাহাটী - ৭৮১০২৪।

# আমাৰ বক্তব্য

বহুদিনৰে পৰা ভাবি আছিলোঁ যে অসমত বন-বননি, জীৱ-জন্তু, চৰাই-চিৰিকতি, অৰ্কিড, পখিলা, মাছ, সাপ আদিৰ বিষয়ে এ:কখন পুথি:তেই ৰাই:জ হাত মেলিলেই পোৱা সুবিধা কৰি এখনি পুথি প্ৰকাশ কৰিম। তেনেভাৱে এতিয়া পুথিখনি যুগুতাবলৈ পাই আনন্দ পাইছোঁ। অসম সাহিত্য সভাৰ দৰে অসমৰ বিৰাট অনুষ্ঠান এটাই এই বন বিষয়ক পুথিখনি প্ৰকাশ কৰাৰ কাৰণে আমাৰ দিশৰ পৰা আন্তৰিক ধন্যবাদ জ্ঞাপন কৰিছোঁ। অসম সাহিত্য সভাৰ প্ৰধান সম্পাদক শ্ৰদ্ধেয় শ্ৰীসতীশ চন্দ্ৰ চৌধুৰী দেৱৰ প্ৰচেষ্টা বি:ন পুথিখনে পোহৰৰ মুখ নেদেখিলেহেঁতেন। এইখিনিতেই তেখেতৰ শলাগ লৈছোঁ আৰু শলাগ আগবঢ়াইছোঁ সেই জীৱিত আৰু মৃত গ্ৰন্থকাৰ সকলৈ যাৰ মূল্যৱান পুথিৰ সহায় লৈ এই পুথিখনি যুগুতাইছোঁ। পাণ্ডুলিপিটো প্ৰস্তুত কৰোতে অসমৰ বিখ্যাত বনগৱেষক, গ্ৰন্থকাৰ শ্ৰদ্ধেয় শ্ৰীস্ফটিক চন্দ্ৰ গ:গৈ দেৱে দিহা পৰামৰ্শ দিয়াৰ বাবে মোৰ দিশৰ পৰা তেখেতলৈ কৃতজ্ঞতা জ্ঞাপন কৰিলো।

ইতি

শ্ৰীজীৱন দাস

গোলাঘাট,
১লা ডিচেম্বৰ, ১৯৮৯



উছৰ্গা

অসমৰ প্ৰকৃতি প্ৰেমীৰ হাতত—

শ্ৰীজীৱন দাস

# প্ৰধান সম্পাদকৰ একাষাৰ

"পৰিচয় গ্ৰন্থমালা" শিতানত অসম সাহিত্য সভাই কেইখন মান গ্ৰন্থ প্ৰকাশ কৰি উলিয়াবৰ বাবে ইতিমধ্যে এখন আঁচনি কৰিছিল। ১৯৮৯-৯০ চনত এই আঁচনি গতিশীল কৰাৰ বাবে কাৰ্য নিৰ্বাহক সমিতিয়ে গুৰুত্ব দিয়ে। এই আঁচনিত অন্তৰ্ভুক্ত কৰিবৰ বাবে শ্ৰীজীৱন দাস দেৱে "অসমৰ বন বননি বন্যপ্ৰাণী" শীৰ্ষক গ্ৰন্থখন প্ৰস্তুত কৰি আগ বঢ়োৱাৰ বাবে তেখেতলৈ ধন্যবাদ জ্ঞাপন কৰিলো। আগশাৰীৰ প্ৰকৃতিবিদ তথা বিশিষ্ট বনবিজ্ঞানী শ্ৰীফটিক চন্দ্ৰ গগৈয়ে পাণ্ডুলিপিৰ পুনৰীক্ষণৰ দায়িত্ব ভাৰ বহন কৰাৰ বাবে অসম সাহিত্য সভাই তেখেতলৈ শ্ৰদ্ধাৰে কৃতজ্ঞতা জ্ঞাপন কৰিছে।

লিখকে এই পুথিখনত অসমত পোন প্ৰথমতে বনাঞ্চল বিলাক প্ৰতিষ্ঠা কৰি বিজ্ঞান সন্মত ভাৱে প্ৰবৰ্তন কৰা নিয়মৰ প্ৰশাসনীয় দিশত আলোকপাত কৰি নতুন দিগন্তৰ সম্ভেদ দিছে। অসমৰ বনাঞ্চল বিলাকে ধাৰণ কৰা মূল্যবান গছ গছনি আৰু বন্যপ্ৰাণী কিছুমানৰ বৰ্ণনাও তেখেতে আগ বঢ়াইছে।

অতি কম সময়ৰ ভিতৰতে গুৱাহাটীৰ ৰাধা গোবিন্দ বৰুৱা পথৰ নবীন নগৰত থকা ইউনাইটেড্ কিং প্ৰেছৰ স্বত্বাধিকাৰী শ্ৰীউমেশ কুমাৰ ফুকন দেৱে পুথিখন ছপা কৰি উলিওৱাৰ বাবে তেখেতলৈ আৰু সমূহ কৰ্মীবৃন্দলৈ সাহিত্য সভাৰ তৰফৰ পৰা কৃতজ্ঞতা জনোৱা হ'ল।

পুথিখনে সৰ্বশ্ৰেণীৰ পাঠক পাঠিকাৰ পৰা সমাদৰ লাভ কৰিব পাৰিব বুলি আশা ৰাখিলো।

চন্দ্ৰকান্ত সন্দিকৈ ভৱন, যোৰহাট,
১০ জানুৱাৰী, ১৯৯০ চন

শ্ৰীসতীশ চন্দ্ৰ চৌধুৰী
প্ৰধান সম্পাদক
অসম সাহিত্য সভা



# সূচীপত্ৰ



পৰিশিষ্টত আছে : পৃথিৱীৰ জীৱ-জন্তুৰ তথ্য ভিত্তিক, আভাস, বিভিন্ন প্ৰাণীৰ লেখ, বাদুলি, অসমৰ পখিলা, বন আইনৰ ৰূপৰেখা আৰু অসমৰ মানচিত্ৰ (১৯৭০ চনৰ ভিত্তিত)।




## ॥ বন-বননিৰ ইতিকথা ॥

পৃথিৱীত অৰণ্যৰ উৎপত্তি মানৱ সৃষ্টিৰ আগৰ কথা। মানুহে পৃথিৱীত বন্য মানৱ হিচাপেহে উন্তৱ হৈছিল। তেতিয়া অৰণ্যই মানুহৰ আশ্ৰয়। ফলমূল, জীৱ-জন্তুৰ মঙহেই খাদ্য আৰু গছৰ পাত-ছালৰ বসনেই দেহক শীত-তাপ আদিৰ পৰা নিৰাময়ৰ উপায় আছিল। মানুহে সভ্যতাৰ পোহৰলৈ অহাৰ লগে লগে বনভূমি সমূহৰ ওপৰত ইয়াৰ প্ৰভাৱ ঢাপে ঢাপে বৃদ্ধি পালে। আমাৰ দেশৰ সকলো অঞ্চলতে সভ্যতাৰ বিভিন্ন স্তৰত বনভূমিৰ স্বৰূপ এনেধৰণৰ :

১। মানৱ বৰ্জিত আদিম বনভূমি।

২। হাবি-বননি মুকলি কৰি জুম খেতিৰ আৰম্ভণ।

৩। জনস্ফীতিৰ লগে লগে বনজ সম্পদৰ চাহিদা বৃদ্ধি, কৃষি আৰু আবাস ভূমি আদিৰ বাবে বেছি ধৰণে জংগল মুকলি কৰণ।

৪। শাল, চেগুন, দেৱদাৰু আদি মূল্যবান গছ বিলাকৰ বাছি বাছি কৰা আৰম্ভণ আৰু স্থানীয় শাসনকৰ্ত্তা সকলৰ এনে মূল্যবান গছৰ ওপৰত কৰ আৰোপণ, তেতিয়ালৈ গছ কটাৰ কোনো নিয়মাৱলী নাছিল। মাত্ৰ আৱশ্যকীয় গছ কৰ আদায় দি য'ৰ ত'ৰ পৰা কাটি নিলেই হৈছিল।

৫। বৃটিছৰ শাসন আৰম্ভ। চেগুন আদি গছৰ উৰ্দ্ধমুখী চাহিদা আৰু সমীপৱৰ্ত্তী অৰণ্য সমূহৰ পৰা হিচাপৰ ওপৰঞ্চি গছ কটাৰ ফল স্বৰূপে অৰণ্যৰ নিম্নগামী মান।

৬। বৃটিছ শাসিত ৰাজ্য সমূহত বন সংৰক্ষণক স্বীকৃতি দি বন বিভাগ স্থাপন।

৭। বনভূমিৰ জৰীপ আৰু চিহ্নিতকৰণ, বন কাৰ্যবিধি ৰচনা কৰি বিজ্ঞান সন্মত বন পৰিচালনাৰ আৰম্ভণি যাতে বন সংৰক্ষণৰ মাজেদি মানুহে লাগতিয়াল বনসম্পদ সমূহৰ নিম্নতম চাহিদা পূৰণৰ বাবে আহৰণৰ ব্যৱস্থা হয়।

৮। দ্বিতীয় মহাসমৰৰ সময়ত সকলো ৰাজ্যতে সহজগম্য অৰণ্য সমূহত বিস্তৰ গছ কটাত অৰণ্যৰ ক্ষতিসাধন।

৯। স্বাধীনতা লাভৰ পিছত ৰাজ্যৰ পুনৰ গঠনৰ লগে লগে বন প্ৰশাসনৰো সালসলনি।

ভাৰতবৰ্ষত বনসংৰক্ষণৰ প্ৰথম পদক্ষেপ আৰম্ভ হয় মালাবাৰ অঞ্চলৰ বনভূমিত। ১৮০৫ চনত ৫০ চে: মি: গোলাইৰ কমৰ চেগুন গছসমূহ কটাত বাধা নিষেধ আৰোপ কৰা হয় আৰু এখন কমিটি পাতি দি সহজগম্য অৰণ্যৰ বাদে দুৰ্গম বনাঞ্চল সমূহলৈ বাট-পথ উলিয়াই তাৰ পৰা কাঠ অনাৰ সিদ্ধান্ত গ্ৰহণ কৰা হয় যাতে সমীপৱৰ্তী জংঘল সমূহত পৰা চাপ হ্ৰাস পায়।

১৮৬৪ চনত ভাৰতবৰ্ষত এটি সুকীয়া বন বিভাগৰ আৱশ্যকতা অনুভৱ কৰি ইংলণ্ডৰ ৰাণীৰ ওচৰত আৰ্জি পেচ কৰা হয় আৰু ইংলণ্ডৰ ৰাণীয়ে ইয়াক অনুমোদন কৰি ব্ৰেণ্ডিচ চাহাবক ভাৰতৰ প্ৰথম বন মহাপৰিদৰ্শক হিচাপে নিযুক্তি দিয়ে। ১৮৭০ চনত ব্ৰেণ্ডিচ চাহাবে ভাৰতবৰ্ষত বন বিভাগৰ এটি সুদৃঢ় ভেটি স্থাপন কৰে। ১৮৭১-১৯০০ চনৰ ভিতৰত ভাৰতবৰ্ষৰ প্ৰায়বিলাক বনভূমিত বিজ্ঞানসন্মত পৰিচালনাৰ বাবে বন কাৰ্য-বিধি (Working plans) প্ৰস্তুত কৰাৰ কাম হাতত লোৱা হয়। ১৮৮০-১৯০০ চনৰ ভিতৰত বনভূমি বন্দৱস্তিৰ যোগেদি সংৰক্ষিত বনাঞ্চল গঠনৰ কাম হাতত লোৱা হয়। সেই সময়ছোৱাত বন পৰিচালনাৰ বাবে উপযুক্ত লোকক প্ৰশিক্ষণ দিবৰ বাবে জাৰ্মিনলৈ কিছুবছৰলৈ ফ্ৰান্সলৈ পঠোৱা হয়। ১৮৮৫ চনৰ পৰা বন বিষয়াসকলক প্ৰশিক্ষণৰ বাবে



ইংলণ্ডত কুপাৰ হিললৈ পঠোৱাৰ বন্দবস্ত হয়। কুৰি শতিকাৰ প্ৰথম দশক দুটাত বনখণ্ডত প্ৰভূত উন্নতি পৰিলক্ষিত হয়। ১৯১৪-১৮ চনত ডেৰাডুনত প্ৰথম বন গৱেষণা সংস্থা স্থাপিত হয়। তেতিয়াৰ পৰা ডেৰাডুন বন প্ৰশিক্ষণৰ কেন্দ্ৰ স্থল হৈ পৰে।

উপযুক্ত প্ৰযুক্তিবিদ সকলক গঢ়ি দি বন বিভাগটি সুপ্ৰতিষ্ঠিত হোৱাৰ পিচত বনাঞ্চল সমূহৰ বিজ্ঞানসন্মত পৰিচালনাৰ গধুৰ দায়িত্ব আহি পৰে। ইয়াৰ পহিলা স্তৰত বনাঞ্চল সমূহৰ সীমা চিহ্নিতকৰণ, বনাঞ্চল সমূহৰ পৰা ধ্বংসকাৰী স্বত্বসমূহ ৰহিত কৰা, দূৰদূৰণিৰ দুৰ্গম বনাঞ্চল সমূহলৈ বাট-পথৰ ব্যৱস্থা সমূহ হাতত লোৱা হয়। এই পৰীক্ষা সমূহৰ ভিতৰত প্ৰাকৃতিক উপায়েৰে গছৰ প্ৰজননৰ দ্বাৰা বংশবৃদ্ধি, বিভিন্ন জাতৰ মূল্যবান গছৰ নাৰ্চাৰী স্থাপনৰ ওপৰত গুৰুত্ব দিয়া হয়। গছৰ বিভিন্ন প্ৰজাতিসমূহৰ বন বিজ্ঞান ভিত্তিক চৰিত্ৰ সমূহ অধ্যয়নৰ দ্বাৰা তাৰ প্ৰজনন আৰু আহৰণৰ প্ৰণালী সমূহ নিয়মীয়া নিৰূপণৰ পাছত তাৰ সংৰক্ষণৰ আৰু উপযুক্ত পৰিচালনাৰ কথা আহি পৰে।

বনাঞ্চলৰ প্ৰযুক্তি কৌশলেৰে অৰণ্য সমূহৰ গুনগত আৰু ৰাশিগত উন্নয়নৰ মাধ্যমেৰে পাব পৰা সুফলসমূহ মানৱ কল্যাণৰ হকে ব্যৱহাৰ কৰাটোৱে উপযুক্ত বন পৰিচালনা। একোখণ্ড বনভূমিৰ পৰা আমি কি বিচাৰো তাৰ ওপৰতে বন পৰিচালনাৰ ধৰণ কৰণ নিৰ্ভৰ কৰে। আমাৰ বন পৰিচালনাৰ লক্ষ্য দুই ধৰণৰ :

১। প্ৰকৃতিজনিত ২। উৎপাদনজনিত।

প্ৰথমবিধ লক্ষ্যত অৰণ্যসমূহ পৰিচালনাৰ দ্বাৰা পাহাৰীয়া থিয় পিঠিত আৰু নদী-নলাৰ জলচ্ছেদ অংশত ভূমি সংৰক্ষিত উদ্যান-অভয়াৰণ্য আদিত বন্যপ্ৰাণীৰ আৱাস সংৰক্ষণৰ লগতে বন্যপ্ৰাণী সমূহক সুৰক্ষিত কৰা, প্ৰাকৃতিক ভাৰসাম্য স্থাপনৰ

জৰিয়তে সুস্থ বাতাবৰণ আদি সুফলসমূহ আশা কৰা যায়।

উৎপাদনজনিত লক্ষ্যত সকলো প্ৰকাৰৰ আৱশ্যকীয় বনজ সম্পদৰ চাহিদা পূৰণৰ উদ্দেশ্য নিহিত আছে। ইয়াত মানুহৰ দৈনন্দিন ব্যৱহাৰৰ কাঠ, বাঁহ, খৰি-খেৰ ঔষধি আদি সামগ্ৰীৰ চাহিদায়েই প্ৰধানকৈ ধৰা হয়। আধুনিক যুগত বনভিত্তিক উদ্যোগ গোটসমূহৰ কেঁচা মালৰ চাহিদাই পৰিচালক গোষ্ঠীক চিন্তিত কৰি তুলিছে।

বিজ্ঞান সন্মত বন পৰিচালনাৰ বাবে বিভিন্ন বিষয়ৰ বিস্তৃত জ্ঞানৰ প্ৰয়োজন। এনে বিষয়সমূহৰ ব্যৱসায়িক আৰু সমাজ বিজ্ঞানৰ দিশত আছে হিচাপ লিখা প্ৰণালী, ব্যৱসায়িক আইন, অৰ্থনীতি, বিত্তীয় নিয়ম, শ্ৰমিক সম্পৰ্ক, বেচা-কিনা সম্বন্ধীয় জ্ঞান, সংগঠন আৰু প্ৰশাসন, সমাজ আৰু ৰাজনীতি বিজ্ঞান, পৰিসংখ্যা আদি। কাৰিকৰি বিষয় সমূহৰ ভিতৰত আছে বন বিজ্ঞান, জোখমাখৰ বিজ্ঞান, কীট বিজ্ঞান, ৰোগ বিজ্ঞান, বন ব্যৱহাৰিক বিজ্ঞান, ভূ আৰু জনবিজ্ঞান আদি। এই সমস্ত বিষয়ক প্ৰযুক্তি জ্ঞানৰ যথাযথ প্ৰয়োগৰ যোগেদিহে বিজ্ঞান সন্মত বন পৰিচালনাৰ সম্ভৱ হয়।

বন পৰিচালনাৰ মৌলিক তত্বসমূহ অন্যান্য খণ্ডৰ পৰিচালনাৰ মৌলিক তত্বসমূহৰ ভিত্তিত ৰচিত হলেও বনপৰিচালনাৰ কিছুমান সুকীয়া বৈশিষ্ট্য আছে। বনজ খণ্ডৰ এই বৈশিষ্ট্য সমূহ হ'ল ঃ -

১। উৎপাদনৰ বাবে এটি দীৰ্ঘকালীন গৰ্ভকাল।

২। উৎপাদিত সামগ্ৰী আৰু উৎপাদনৰ আহিলাৰ প্ৰভেদহীনতা।

৩। খুব মন্থৰ গতিত উৎপাদন।

৪। উৎপাদিত ব্যয়ৰ বহলাংশই পৰিবৰ্তিত ব্যয়।

৫। বন আৰু বনজ সম্পদৰ বহুমুখী ব্যৱহাৰ। ওপৰোক্ত বৈশিষ্ট্যসমূহে সময়ে সময়ে বন পৰিচালনাত সমস্যা সৃষ্টি কৰে।



ইমান দীৰ্ঘকালীন গৰ্ভকালৰ হেতু প্ৰথমতে স্থিৰ কৰা পৰিচালনাৰ লক্ষ্যসমূহ পাছত মাজভাগত সালসলনি কৰাবো প্ৰয়োজন হয়। উদাহৰণ স্বৰূপে ১৮৭২ চনত অসমৰ কামৰূপ জিলাৰ কুলশী বনাঞ্চলত প্ৰথম চেগুন বাগান আৰম্ভ কৰা হৈছিল আৰু ইয়াৰ পাছত কেইবছৰমান বাগান কৰি যোৱাৰ পাছতো সেই সময়ত অসমৰ চীফ কমিচনাৰৰ উক্তিত বাগান কৰিবলৈ এৰি দিব লগীয়া হয়। চীফ কমিচনাৰৰ উক্তি আছিল এনে ধৰণৰ :

"Such work should be looked upon as a toy to occupy the leisure of the officers whose main task is to explore and utilise the immense resources of the Forests."

কিন্তু আজি ১০০ বছৰৰ পিছত পঞ্চম বাৰ্ষিক পৰিকল্পনা সমূহত আৰু কৃষি দফ্তৰীয়া কাৰ্যসূচীত পুলি বাগানেইহে এটি বিশিষ্ট স্থান অধিকাৰ কৰিছে। আনটো দ্বিতীয় বৈশিষ্ট্যটি হ'ল উৎপাদিত সামগ্ৰী আৰু উৎপাদন যন্ত্ৰৰ প্ৰভেদহীনতা। উদাহৰণ স্বৰূপে এটা কাপোৰৰ কলত যন্ত্ৰপাতিসমূহ কলৰ অংশ আৰু কাপোৰ হ'ল উৎপাদিত সামগ্ৰী। কিন্তু বনজ ক্ষেত্ৰত গছেই নিজৰ আহাৰ তৈয়াৰ কৰি কাঠ উৎপন্ন কৰে। গতিকে উৎপাদনৰ মেচিনো কাঠ আৰু উৎপাদিত সামগ্ৰীও কাঠ। এনে ক্ষেত্ৰত উৎপাদনতকৈ অধিক কাঠ আহৰণ কৰিলে কৰাৰ ক্ষতিৰ সম্ভাৱনা ; যিটো বাস্তৱত সঘনে হোৱা দেখা যায়। বন আৰু বনজ সম্পদৰ বহুমুখী ব্যৱহাৰৰ হেতু সঠিক মূল্যায়ন কঠিন হয়। কিছুমান ব্যৱহাৰৰ দ্বিতীয় মূল্যায়ন কোনোপধ্যে কৰিব পৰা নাযায় আৰু সকলো ক্ষেত্ৰতে শুদ্ধ লাভ লোকচানৰ হিচাপ উলিয়াব নোৱাৰি।

আজি একবিংশ শতিকাৰ প্ৰাক্‌মুহূৰ্ত্ত বন পৰিচালনাৰ বিষয়টি এক বিশেষ দৃষ্টিভঙ্গীৰে চোৱাৰ প্ৰয়োজন হৈছে। এতিয়া বন পৰিচালনা বুলিলে গছ-গছনি, পশু-পক্ষীৰে পৰা পানীৰ মাছ, কাছ, ঘঁৰিয়াল আদি কৰি সমগ্ৰ জীৱ গোষ্ঠীৰ সংৰক্ষণৰ দ্বাৰা প্ৰাকৃতিক পৰিবেশৰ সৰ্বাত্মক পৰিচালনাৰ কথাহে চিন্তা কৰা যায়। বনকাৰ্য্যবিধি প্ৰস্তুত কৰোতে পৰিবেশৰ পৰ্য্যাবৰণৰ ওপৰত গুৰুত্ব প্ৰদান কৰি ইয়াৰ সৰ্বাঙ্গীন উন্নয়নৰ প্ৰণালীসমূহ বান্ধি দিয়াৰ বাবে ওপৰত চৰকাৰে সকলো ৰাজ্য চৰকাৰক নিৰ্দেশ দিছে। কেন্দ্ৰীয় চৰকাৰে এই বিষয়ে যথাযথ ব্যৱস্থা গ্ৰহণ কৰিছে। ইয়াৰ দ্বাৰা বনজ সম্পদ সমূহত প্ৰণালীবদ্ধভাৱে পৰিচালনা কৰাৰ লগতে পশু-পক্ষীৰ আবাস স্থলসমূহৰ আছুতীয়া পৰিচালনাৰ দিহা কৰা হৈছে। বনভূমি-বোৰৰ মাজত থকা নৈ-নলা, জলাশয় আদিত পানীত থকা জীৱবিলাকৰ সংস্থাপন আৰু সংৰক্ষণৰ বাবেও বিধান আছে। বনাঞ্চলসমূহ পৰিচালনা কৰিবলৈ যাওঁতে বনাঞ্চলৰ ভিতৰুৱা জলাশয়বিলাকত মাছৰ মহল দি মাছ ধৰাৰ ব্যৱস্থা আছে যদিও মাছৰ জন্ম দিয়াৰ সময়ত মাছ মৰা বন্ধ ৰখা, সৰু সৰু পাহৰ জালেৰে মাছ ধৰা আদিত বাধা নিষেধ বিধান আছে। ইয়াৰ দ্বাৰা পানীত থকা জীৱবিলাকৰো বংশ বৃদ্ধিত সহায় হৈছে।

মানৱ জাতিক জীয়াই ৰাখিবৰ কাৰণে পৰ্য্যাবৰণ কিমান গুৰুত্বপূৰ্ণ তাক আমি যুগে যুগে পাই অহা অভিজ্ঞতাৰ পৰা উপলব্ধি কৰিছো। একোটা সুসভ্য জাতি বন-বননিক অৱহেলা কৰাৰ ফলত নিঃশেষ হৈ গৈছে। সিন্ধু উপত্যকাৰ প্ৰাচীন কীৰ্তি চিহ্নসমূহে সেই কথা মনত পেলাই আছে। গতিকে বন পৰিচলনাৰ তত্ত্বসমূহ যে কেৱল বন প্ৰযুক্তিবিদ সকলেহে জনা দৰ্কাৰ এনে নহয়; বৰঞ্চ সকলো সচেতন নাগৰিকে বন-বননিক নিজৰ



আপোন কৰি মানৱৰ অস্তিত্ব ৰক্ষাৰ যুঁজত হাতে কামে লগাতো অতীৱ প্ৰয়োজনীয়।

## অতীতৰ বন প্ৰশিক্ষণ কেন্দ্ৰ

উত্তৰ প্ৰদেশৰ ডেৰাডুনৰ বন গবেষণা অনুষ্ঠানটো ১৯০৬ চনত এটা বৃহৎ আকাৰৰ চৌহদত 'নিউ ফৰেষ্ট' নামেৰে স্থাপিত কৰা হৈছিল। অৱশ্যে ১৯০৬ চনত বন গবেষণা অনুষ্ঠানটো স্থাপন হোৱাৰ আগতে ১৮৭৮ চনৰ পৰা চলি থকা বন প্ৰশিক্ষণ স্কুলটো ফৰেষ্ট ৰেঞ্জাৰৰ কলেজলৈ উন্নীত কৰা হৈছিল ১৯০৬ চনৰ পিছত। ঠিক তেনেদৰে ১৯১২ চনত মাদ্ৰাজ চৰকাৰে কোইম্বাটোৰত এটা ফৰেষ্ট ৰেঞ্জাৰৰ কলেজ স্থাপন কৰিছিল। ডেৰাডুনৰ বন গবেষণাগাৰ বিশ্বৰ ভিতৰতে এটা আগশাৰীৰ অনুষ্ঠান হিচাপে পৰিগণিত হৈছে।



## ॥ অসমৰ বন-বননি ॥

অতীতলৈ এবাৰ উভতি চাওঁহক।

" It is on record that during their hey—days the Ahoms who ruled the valley of the Brahmaputra for nearly six hundred years prior to the arrival of the British in 1826 realised royalties on timber and Elephants. Shihabuddin Talish who accompanied Nowab Mir Jumla's army in 1662-63 refers to the extensive forests of Assam and the revenue derived from Elephants and certain other jungle products. After their occupation of Assam, the British levied a number of taxes on forest produce, namly 'garkati' on timber and on grazing. However neither in the Ahom period nor in the early years of British rule was any sinere effort ever made to preserve Assam's vast flora and fauna. In the absence of any restiction being ever imposed there was practically nothing which could effectively stop people from indiscriminately cutting trees and mercilessly killing animals."

ৰেকৰ্ডত আছে সেই তাহানিৰ অসমৰ বননিত থকা অতি মূল্যবান গছ-গছনিৰ কথা। পৰিতাপৰ বিষয় এয়ে যে, সেই হাবি-বননি এতিয়া আৰু নাই। অৱশেষত এনে এটা অৱস্থা হ'ল যে, চৰকাৰে গছ কটা বন্ধ কৰিবলগীয়া হ'ল। ১০০ বছৰ আগৰ হাবিখন এতিয়া সেৰেঙা হোৱাই নহয়, সেই হাবিখনৰ



ওপৰত বৰ্তমান মানুহৰ যি অত্যাচাৰ চলিছে সেই পৰিপ্ৰেক্ষিতত নিশ্চয়কৈ ক'ব পাৰি যে, এই ধ্বংশ কাৰ্যই ভবিষ্যত অসমলৈ সামগ্ৰিকভাৱে ভাৰত আৰু পৃথিবীলৈ অমঙ্গল চপাই অনাৰ আগ-জাননী দিছে। পৰিবেশ দূষিত হৈছে, প্ৰাকৃতিক ভাৰসাম্য ৰক্ষিত হোৱা নাই আৰু সেয়েহে ৰাজ্যখনত খৰাং বতৰ, বানপানী, গৰাখহনীয়া আদি বিপদসমূহে মূৰ দাঙি উঠিছে।

"Needless to say that the forests of Assam was extensive and its resources were almost boundless. However trees were held in little estimation and any one who required wood for fuel or for building purposes would indiscriminately cut them. As a result forests containing valuable trees like the Nahar (Mesua ferrea), Hingori (Castanea indica), Hilikha (Terminalia citrina) Gomari (Gmelina arborea), Poma (Cedrela toona), Sam (Artocarpus chaplasha), Urium (Bischofia javanica), Sal (Shorea robusta) were in many areas virtually converted into a tangle of scrub jungle. Very little was initially done to ascertain the value of the wealth they contained or to make them available for commercial purposes."

লক্ষ্যনীয় বিষয় যে, প্ৰাইউৰ কাৰণে উপযুক্ত গছ শলখ, হোলোঙৰ তেতিয়াৰ ৰিপোৰ্টত উল্লেখ নাই। ইয়াৰ কাৰণ হ'ল, তেতিয়া প্লাইউড কাৰখানা অসমত স্থাপিত হোৱা নাছিল। পৰৱৰ্তী কালতহে এই ফেক্টৰী আৰু কাঠফলা কল স্থাপিত হৈছে। মজাৰ কথা, চৰকাৰে সেই কালত যি ঠাইৰ পৰা বন ৰাজহ সংগ্ৰহ কৰিবৰ কাৰণে নিৰ্দিষ্ট কৰিছিল সেইবোৰ ঠাইৰ

গছ-গছনি সঠিক দিশত তদাৰক কৰিবলৈ বন বিভাগক দায়িত্ব অৰ্পণ কৰিছিল। তেতিয়া সংৰক্ষিত বনাঞ্চল বৈজ্ঞানিক ভিত্তিত সামগ্ৰিকভাৱে সংগঠিত হোৱা নাছিল।

"The main duty of the Department was therefore to protect only such forests set apart for it and to secure for the Government revenue from the timber removed from them for sale. It was only after 1874 that the forests of Assam received the attention they actually deserved."

বৰ্তমান অসমৰ বন পৰিচালনা উন্নত হৈছে আৰু তাৰ ফলস্বৰূপে নানান দিশত হাবি-বননিৰ সম্প্ৰসাৰণ আৰু উন্নয়নৰ ব্যৱস্থা গ্ৰহণ কৰা হৈছে। উন্নয়নৰ গুণগত দিশত মন্তব্য নাই, কেৱল বাস্তৱভিত্তিক ৰেকৰ্ডহে দাঙি ধৰা হৈছে।

১। অসমৰ ভৌগোলিক মাটিকালি হ'ল ৭৮,৫২৩ বৰ্গ কিলোমিটাৰ।

২। সংৰক্ষিত বনাঞ্চলৰ এলেকা ঃ—

ৰাজ্যৰ—১৭,০৫১ বৰ্গ কিলোমিটাৰ।

জিলা কাউন্সিলৰ —১৭৪৯ ঐ

মুঠ ১৮,৮০০ বৰ্গ কিলোমিটাৰ

সংৰক্ষিত বনাঞ্চল শতকৰা ২৩'৮ ভাগ।

সংৰক্ষিত বনাঞ্চলৰ মুঠ মাটি কালি ভৈয়ামত ২১'৮ ভাগ।

" পাহাৰত ৩১'৭ ভাগ।

৩। সংৰক্ষিত বনাঞ্চলৰ সংখ্যা ২৮৪ খন।

৪। খাছ এলেকা ১২,৩১০ বৰ্গ কিলোমিটাৰ।

৫। Approximate areas under different Forest Types :

a) Tropical Evergreen—2,235 Sq K.M.

b) Semi-Evergreen— 220 -do.

c) Moist mixed deciduous—13,965 -do.



d) Others including bamboo brakes—23,80 -do.

৬। Area of Resrved Forests per capita ·0012 -do. (1971 Census)

৭। Forest Based Industries :

Plywood Mills—41 No.

Saw Mills—365 No.

Match Factory—1 No.

Match-splint Factory—1 No.

Paper Mills—2 No.

Katha Factory — 2 No.

Ivory curving Industry—6 No.

Timber treatment and Seasoning plant— 3 No.

৮। সংৰক্ষিত বনাঞ্চলৰ ভিতৰতে অভয়াৰণ্য আৰু ন্যাচনেল পাৰ্কৰ কাৰণে ৬'৩ শতাংশ এলেকা আছুতীয়াকৈ ৰখা হৈছে আৰু সেইবোৰৰ এলেকা এনে ধৰণৰ ঃ

| | | | |
|---|---|---|---|
| ১। কাজিৰঙা ন্যাচনেল পাৰ্ক— | | ৪৩০ | বৰ্গ কিলোমিটাৰ। |
| ২। মানাহ অভয়াৰণ্য— | | ৩৯০ | ঐ |
| ৩। ওৰাং | " | ৭২ | ঐ |
| ৪। পভা | " | ৪৯ | ঐ |
| ৫। লাওখোৱা | " | ৬০ | ঐ |
| ৬। পবিতৰা | " | ১৬ | ঐ |
| ৭। সোণাই-ৰূপাই | " | ১৭৫ | ঐ |
| ৮। গৰম পানী | " | ৬ | ঐ |
| ৯। বৰনদী | " | ২৬ | ঐ |
| ১০। ডিব্ৰু-চৈখোৱা | " | ৬৪০ | ঐ |
| ১১। নামেৰি | " | ১৩০ | ঐ |

১২। কচুগাওঁ ,, ২১৪ বৰ্গ কিলোমিটাৰ
১৩। বৰাইল আৰু উত্তৰ কাছাৰৰ কিছু এলেকা অভয়াৰণ্যলৈ ৰূপান্তৰিত কৰিবলৈ চৰকাৰে প্ৰস্তাৱ গ্ৰহণ কৰিছে।

এই অভয়াৰণ্যবোৰত গঁড়, হলৌ বান্দৰ, সোণোৱালী বান্দৰ, নাহৰফুটুকী বাঘ, হাতী, ম'হ, ঘোং, সোণোৱালী ৰঙৰ মেকুৰী, লাজুকী বান্দৰ, দেওহাঁহ, উলু-ম'ৰা, আদি দুষ্প্ৰাপ্য পশু-পক্ষী আছে। ইয়াৰ উপৰিও, ঢেঁকীয়াপতীয়া বাঘ, ভালুক, অজগৰ, কেমটাই আদি জন্তুৰো বাসভূমি।

এয়া অতীত আৰু বৰ্তমানৰ অসমৰ বনভূমিৰ থূলমূল বিৱৰণ। কিন্তু চিৰসেউজীয়া অসমৰ আগৰ ৰূপত ব্যাঘাত জন্মিছে। ৰাজনৈতিক, সামাজিক কাৰণত আৰু কিছু পৰিমাণে প্ৰাকৃতিক কাৰণবশতঃ অতীতৰ হাবিখন সেইদৰে হাবি হৈ থকা নাই। জনস্ফীতিৰ হেঁচা এই হাবি-বননিত পৰিছে। বহুকেইখন সংৰক্ষিত বনাঞ্চলত অনুপ্ৰবেশকাৰীয়ে প্ৰবেশ কৰি গছ-গছনি কাটি ধ্বংশ কৰি, জনবসতি আৰু খেতিৰ পথাৰলৈ ইয়াক ৰূপান্তৰিত কৰিছে। কেইখনমান ঘোষিত সংৰক্ষিত বনাঞ্চল এতিয়া বনাঞ্চল বুলি কোৱাৰ পৰিবৰ্তে জনাঞ্চল বুলি ক'লেহে ৰজিতা খাব। তদুপৰি অসমৰ সীমামূৰীয়া ৰাজ্যবোৰৰ লগত সীমাবিবাদত অৱস্থা বেয়াৰ পিনেহে ঢাল খাইছে। অৰুণাচল, মেঘালয়, নগালেণ্ডৰ লগত সীমাৰ কাজিয়াত অসমৰ প্ৰভুত ধন-জন হানি হৈছে, তথাপি সীমাবিবাদ নিষ্পতি হোৱা নাই। এনেবোৰ বৈৰীত্য ঘটনা চলি থকাতো অসমৰ আৰন্যানি একেবাৰেই ধ্বংশ নোহোৱাকৈ আছে।

এই হাবিখনৰ বুকুত বিভিন্ন পখিলা-ভোমোৰা, অসংখ্য কীট-পতংগ, ফৰিং, গাগিনীয়ে বিচৰণ কৰি থাকে। ইয়াৰ উপৰিও জোক-পোক মহ-মাখিতো আছেই। হাবি-বননিৰ মাজে মাজে



বিবিধ জীৱ-জন্তু বিচৰণ কৰি দপদপাই ফুৰে। গছৰ ডালে ডালে চৰাই-চিৰিকটিয়ে কোঢ়াল কৰি অৰণ্যৰ নিস্তব্ধতা ভঙ্গ কৰে। নাহৰ, চম্পা আদি সুগন্ধী ফুলৰ সৌৰভে হাবিখনত গোন্ধৰ সুঁৰুৰা মেলে। পখিলা-ভোমোৰাই ফুলৰেণুৰ মাজে মাজে ঘূৰি সৰগ ৰচে। এইখনেই আমাৰ চিৰসেউজী অৰণ্য যাৰ অবিহনে মানুহ জীয়াই থকাতো কল্পনা কৰিব নোৱাৰি।

—O—

## সাফল্য মণ্ডিত সংৰক্ষণ

এটা কথা লক্ষনীয় যে, যদিওবা আজিৰ পৰা ৩০/৩২ বছৰ আগতে আমাৰ অৰণ্যৰ পৰা আপুৰুগীয়া সোণালীমূৰী হাঁহ বিধৰ অৱলুপ্তি ঘটিল, তথাপিও তলত উল্লেখ কৰা প্ৰাণীকেইটিক এচাম প্ৰকৃতি প্ৰেমীৰ আশা-শুধীয়া প্ৰচেষ্টাৰ ফলত অৱলুপ্তিৰ পৰা ৰক্ষা কৰিব পৰা গ'ল। এয়া বন্যপ্ৰাণী প্ৰেমীৰ কাৰণে বৰ গৌৰৱৰ বিষয়।

(১) Hispid hare. — দল খেৰিয়া।

(২) White winged wood Duck—দেওহাঁহ

(৩) Pigmy hog—নল গাহৰি।

অসমৰ গুৱাহাটীত থকা চিৰিয়াখানাত আৰু বহু কেইখন হাবি জংগলত ইহঁতে বংশ বৃদ্ধি কৰি আছে।

—O—

## অসমৰ বন্য জীৱ-জন্তু

অসমৰ থূলমূল বিৱৰণ, মনোমোহা অৰ্কিডৰ আভাস আৰু পশু-পখীৰ লগত পৰিচয় কৰি দিয়াৰ আগতে অসমৰ হাবিত বাস কৰা কিছুমান জন্তুৰ বিষয়ে আলোচনা কৰা হৈছে। (১) মাংসাহাৰী আৰু (২) তৃণ আহাৰী। প্ৰথমতে তৃণ আহাৰী জন্তুৰ বিৱৰণ দাঙি ধৰা হ'ল :—

### গঁড়

ইংৰাজী—The Great Indian one horned Rhinoceros.
বৈজ্ঞানিক—Rhinoceros unicornis.

গড়ঁৰ বিষয়ে আমি সকলোৱে কিছু কথা জানো। কিন্তু প্ৰানীবিদ সকলৰ বাহিৰে সাধাৰণ লোকে ইয়াৰ ইতিবৃত্ত ভালকৈ নেজানে। গঁড় কেইবা জাতৰো আছে আৰু এতিয়া এই গঁড় এচিয়া, আফ্ৰিকাতে ঘাইকৈ সীমাবদ্ধ। এচিয়াত যিবোৰ গঁড় জীয়াই আছে এই গঁড় ৭টা ঠালৰ পৰা বিবৰ্তনৰ মাজেৰে আহি এতিয়াৰ অৱস্থা পাইছেগৈ। সকলো গঁড়কে আমি যদিও একে বুলি ধৰি লওঁ, দৰাচলতে প্ৰত্যেক জাতৰ মাজত প্ৰভেদ আছে, আকৃতিত আৰু পৌৰাণিক ইতিবৃত্তত। আফ্ৰিকাত যি দুজাত গঁড় আছে, সেই গঁড় হাজাৰ হাজাৰ বছৰ আগতে স্পষ্টকৈ পৃথক গঁড়হে আছিল। এতিয়া ৩ জাতৰ গঁড় দেখিবলৈ পোৱা যায়। (১) এক খৰ্গৰ গঁড় (২) সৰু এটা খৰ্গৰ জাভা দ্বীপৰ গঁড় (৩) আফ্ৰিকা মহাদেশৰ দুটা খৰ্গ থকা গঁড়। অতীতত সুমাত্ৰা দ্বীপৰ দুটা খৰ্গৰ থকা গঁড় শিৱালিক গঁড় আৰু প্ৰাচীন ভাৰতত দুবিধ গঁড় থকা বুলি জনা যায়।

এছিয়াৰ দুটা খড়গ থকা গঁড় অতীতত বিস্তৃত ভাৱে ভাৰতত সিচৰিত হৈ আছিল । এই গঁড় হিমালয়ৰ শিৱালিক পৰ্বত অঞ্চলত যথেষ্ট সংখ্যক আছিল । এই ডাঠ জঙ্গলবোৰত ঘূৰি ফুৰাৰ উপৰিও গঁড় বহু হাজাৰ বছৰ আগতে ইংলণ্ডৰ পূব উপকূলৰ পৰা দক্ষিণলৈ আৰু পূব দিশ অতিক্ৰম কৰি ফ্ৰান্স আৰু উত্তৰ ইটালিৰ পৰা ভাৰতলৈ আহি বিস্তৃত বনাঞ্চলত বাস কৰিছিল । সকলো বৰ্তমানৰ গঁড় একে পৰিয়াল ভুক্ত । এই পৰিয়ালটোৰ বিশেষত্ব হ'ল, শকত-আবৃত শৰীৰ সুগঠিত ডাঠ হাড়, চুটি শকত ঠেং, প্ৰত্যেকখন ঠেঙত তিনিটাকৈ আঙুলি থাকে, গাৰ ছালত কোনোটো জাতৰ নোম আছে, কোনটোৰ নাই । কিন্তু ভাৰতীয় জাত গঁড়ৰ ছাল ডাঠ আৰু ভাঁজ থকা । নাকৰ ওপৰত হাড় বহল যাতে এটীয়া বা দুটীয়া গঁড়ৰ খৰ্গৰ কাৰণে ঠাই হয় । দুটীয়া খৰ্গৰ গঁড়ৰ খৰ্গ এটাৰ পিছত আনটো থাকে । গড়ঁৰ খৰ্গক ভুলকৈ শিং বুলি কোৱা হয় । জন্তুৰ শিং আৰু খৰ্গৰ পাৰ্থক্য আছে । খৰ্গৰ জন্ম হয় ছালৰ পৰা গঠিত হোৱা স্নায়ুৰ আঁহেৰে । লাওখোলাৰ লগত এই খৰ্গৰ কোনো সম্বন্ধ নাই, অৱশ্যে লাওখোলাই খৰ্গৰ স্থিতি প্ৰতিপন্ন কৰে । এই খৰ্গ গঁড়ৰ জীৱন কালতেই জন্ম পায় আৰু যদি কেতিয়াবা পৰি যায়, তেন্তে পুনৰ জন্ম হয় । সম্ভৱতঃ এক খড়গৰ গঁড়েই পৃথিবীৰ ভিতৰত থকা গঁডৰ ভিতৰত আকৃতিত ডাঙৰ । এটা মতা গঁড়ৰ উচ্চতা ৬ ফুট । গড় হিচাপত ৫–৮ ফুট । বেঢ় প্ৰায় ১১ ফুট । ৰেকৰ্ড মতে গঁড়ৰ খড়গৰ দৈৰ্ঘ্য ২৪ ইঞ্চি গড়ে ১৫-১৬ ইঞ্চি । মতা গঁড়ৰ খৰ্গ শকত কিন্তু চুটি । মাইকী গঁড়ৰ খৰ্গ চোকা আৰু দীঘল । ইয়াৰ দ্বাৰাই মতা মাইকী সহজে চিনাক্ত কৰিব পাৰি । এই গঁড় আগৰ দিনত ভাৰতত সিচৰিত হৈ আছিল । এতিয়া অসমৰ ন্যাচন্যাল পাৰ্ক কাজিৰঙাত, মানাহ অভয়াৰণ্যত, লাওখোৱা, পবিতৰা ওৰাং অভয়াৰণ্যত পোৱা যায় । পশ্চিম বঙ্গৰ জলদাপাৰা অভয়াৰণ্যতো আছে । নেপালত গণ্ডক নদীৰ পূবৰ হাবি অঞ্চল এই গঁড়ৰ বাসভূমি । যদিওবা এই গঁড়ে দলনি আৰু ঘাঁহনিত থাকি ভাল পায় তথাপিও ইহঁতে কাঠনি হাবি আৰু চাপৰ হাবিতো বিচৰণ কৰে । সাধাৰণতে গঁড়ে অকলশৰীয়াকৈ থাকে । কেতিয়াবা আকৌ দলত ভুক্ত হৈ ফুৰাও দেখিবলৈ পোৱা যায় । ইহঁতৰ প্ৰধান লক্ষ্য ঘাঁহ । নেপালত থকা গঁড়ে মাজে সময়ে দাঁতিকাষৰীয়া অঞ্চলৰ খেতি খাই তহিলং কৰে । গঁড়ৰ মলত্যাগ কৰাৰ বিশেষ নিয়ম আছে । ইহঁতে একে ঠাইতেই মলত্যাগ কৰে আৰু মলত্যাগ কৰাৰ সময়ত পিছুৱাই পিছুৱাই সেই ঠাইলৈ আহে । এনে ভাৱে যোৱাৰ কাৰণে চোৰাং চিকাৰীৰ হাতত সহজে মৃত্যু বৰণ কৰে । গঁড়ে গোটেই বছৰতে পোৱালি জগোৱা বুলি জনা যায় । গৰ্ভধাৰণৰ সময় ১৭ ৰ পৰা ১৮ মাহ । নেপালত ১২ মাহতে পোৱালি জগোৱা বুলি মানুহে বিশ্বাস কৰে । এটা নৱজাত গঁড় পোৱালিৰ উচ্চতা প্ৰায় ১২০ চেঃ মিঃ বুলি ৰেকৰ্ডত পোৱা যায় । মধ্যযুগত ইউৰোপত গঁড়ৰ খড়গৰ পৰা অতি মূল্যবান ঔষধ তৈয়াৰ কৰা বুলি জনা যায় । নেপালত ৰজাই পিতৃ শ্ৰাদ্ধ আদিত গঁড়ৰ খড়গৰ পাত্ৰত গাখীৰ আৰু পানী মিহলাই মৃতকৰ আৰু পূৰ্বপুৰুষৰ কাৰণে অৰ্ঘ্য তৰ্পণ কৰে । গঁড়ৰ প্ৰত্যেক অংশই এনেকি মূত্ৰও ঔষধত প্ৰয়োগ কৰা বুলি জনা যায় । গঁড়ৰ দেহাৰ কোনো অংশ ঘৰৰ দুৱাৰ মুখত ওলোমাই ৰাখিলে ভুত খেদিব পাৰি বুলি বহুতে বিশ্বাস কৰে । এনে বিশ্বাস ব্ৰহ্মদেশ, থাইলেণ্ড আৰু চীন দেশতো আছে । এটা খড়গৰ আপুৰুগীয়া গঁড় অসমত প্ৰায় ১২০০ মান আছে বুলি জনা যায় ।



—O—

# হাতী

**ইংৰাজী—The Indian Elephant**

**বৈজ্ঞানিক—Elephas maximus.**

হাতীৰ ৰেকৰ্ড অনুসৰি ৩ মিটাৰৰ কিছু বেছি উচ্চতা পোৱা গৈছে। মাইকী হাতীৰ উচ্চতা মতা হাতীতকৈ ৩.৩০ চেণ্টি মিটাৰ কম। গড়ে মতা হাতীৰ উচ্চতা ২.৭৮ মিটাৰ। মতা হাতী তিনিটা শ্ৰেণীত ভগোৱা হয় যেনে দঁতাল, মখনা আৰু গনেশ। দঁতাল হাতীৰ দুটা দাঁত, তেনেদৰে গনেশৰ এটা দাঁত ওলাই থাকে। মখনা হাতীৰ দাঁত ওলাই নেথাকে। দাঁতৰো আকৃতিগত প্ৰাৰ্থক্য আছে। কিছুমান হাতীৰ দাঁত



পোন, কিছুমানৰ দাঁত ভাঁজখোৱা আৰু কিছুমানৰ দাঁত ওপৰ ফালে যোৱা। এই দাঁত হাতীৰ অতীব প্ৰয়োজনীয়। গছ গছনিৰ বাকলি ফালি-চিৰি খাবলৈ, যুঁজ কৰিবলৈ, কোনো বস্তু তুলিবলৈ ইহঁতে দাঁত ব্যৱহাৰ কৰে। মাইকী হাতীৰ দাঁত



ওলাই নেথাকে। অৱশ্যে অতি চুটি দাঁত কোনো কোনো মাইকী হাতীৰ থাকে। ব্যাংককত (থাইল্যাণ্ড) ২.৭৪ মিটাৰৰ পৰা ৩.৬৫ মিটাৰ দৈৰ্ঘ্যৰ এবিধ হাতীৰ দাঁত আছে; আমাৰ অসমত যিযোৰ হাতীৰ দাঁত আছিল তাৰ দৈৰ্ঘ্য হ'ল ২.৭৬ মিটাৰ (এই হাতীৰ দাঁতযোৰ চোৰে চুৰি কৰি নিছে)। হাতী ভাৰতত আছে, মালয়ত আছে, সুমাত্ৰা দ্বীপপুঞ্জত আছে। ভাৰতীয় হাতী আফ্ৰিকাৰ হাতীতকৈ আকাৰত সৰু। বাঁহ আৰু বাঁহ জাতীয় ঘাঁহনিতে হাতীৰ প্ৰাচুৰ্য অধিক। ব্ৰহ্মদেশত সাগৰ পৃষ্ঠৰ ৩০.৩৩ মিটাৰ উচ্চ, পাহাৰৰ মাজত হাতীয়ে বিচৰণ কৰা দেখা যায়। হাতী পোৱালি সাধাৰণতে শীতকালত জন্মে। মাকৰ গৰ্ভত ই প্ৰায় ডেৰ বছৰ কাল থাকে। হাতীৰ বৈশিষ্ট্যপূৰ্ণ অঙ্গ হ'ল, হাতীৰ শুঁৰ। এই শুঁৰেই হাতীৰ নাক। অইন জন্তুৰ কিন্তু এনে দীঘল নাক নাই। নেজ দীঘল। হাতী সামাজিক জীৱ। গতিকে এটা পৰিয়ালত ৩০-৭০টা হাতী থকা বুলি জনা যায়। দলৰ বলী মতা হাতীটোৱেই পৰিয়ালৰ মুৰব্বী। এই মুৰব্বী হাতীটোৰ মৃত্যু হলে বা দুৰ্বল হলে দলৰ আন এটা মতা হাতীয়ে পৰিয়ালৰ দায়িত্ব লয় আৰু দলটো পৰিচালনা কৰে। খাদ্যৰ অভাৱ হলে, পৰিয়ালটো সৰু সৰু দলত বিভক্ত হয় আৰু সময়ত একেলগ হৈ থাকে। এই হাতীয়ে অসমৰ জন সাহিত্যত আগ ভাগ দখল কৰি আছে। দাঁতৰ কাৰণে আজি কালি এচাম দুষ্ট প্ৰকৃতিৰ লোকে চোৰাংকৈ দতাঁল হাতী বধ কৰি আছে। এই হাতীৰ সংখ্যা টুটি অহাত চৰকাৰে আগতে প্ৰচলিত হাতী চিকাৰ বন্ধ কৰি দিছে। অসমৰ হাবিবননি টুটি অহাৰ ফলতেই, বিচৰণভূমি কমি অহাত হাতীৰ সংখ্যা কমিছে। অৱশ্যে চোৰাং চিকাৰীৰ প্ৰকোপেও বহু হাতী নিধন কৰি ইয়াত ইন্ধন যোগাইছে।

—০—

## ফুটুকী হৰিণ

ইংৰাজী—The Spotted Deer

বৈজ্ঞানিক—Axis axis

ভাৰতৰ হিমালয়ৰ নামনি অঞ্চল আৰু পাকিস্থানৰ বনাঞ্চলত ফুটুকী হৰিণৰ বাসস্থান। পাকিস্থানৰ সিন্ধু প্ৰদেশ, ভাৰতৰ পঞ্জাব, ৰাজপুতনা, অসম, বঙ্গোপসাগৰৰ উপকণ্ঠ অঞ্চলত ইহঁতে বাস কৰে। বগা ফুটফুটীয়া দাগেৰে সোণ-বৰণীয়া মুগা এই বিধ হৰিণ অপৰূপ সৌন্দৰ্যৰ প্ৰতীক। সেউজীয়া ঘাঁহনিৰ ছাঁয়াযুক্ত হাবিত ইহঁতে বিচৰণ কৰে। ইহঁতে



জাকপাতি থাকে আৰু দুটা বা তিনিটা হৰিণৰ লগত ১০।১২ জনী হৰিণীৰ সমাবেশ হয়। কেতিয়াবা হৰিণীৰ সংখ্যা বাঢ়ি ৫০শৰ ওপৰ হয়। গধূলি আৰু ৰাতি পুৱা এই হৰিণে বিচৰণ কৰি ফুৰে। ইহঁতৰ শিং সৰি নতুন শিং গজে। মধ্য প্ৰদেশত মে মাহত, উত্তৰ ভাৰতৰ বিভিন্ন অঞ্চলত শীতকালত ইহঁতে পাল খায়। সাধাৰণতে এবাৰত দুটা, কেতিয়াবা তিনিটা



পোৱালি হয়।

—O—

## দল হৰিণ

ইংৰাজী—The Swamp Deer

বৈজ্ঞানিক—Rucervus duvauceli

উত্তৰ প্ৰদেশ, অসম, সুন্দৰবন অঞ্চলৰ ইহঁতে বাসিন্দা। সুন্দৰ, সুঠাম মনোমোহা দেহৰ মধ্য প্ৰদেশৰ মুকলি বনাঞ্চলতো ইহঁতক পোৱা হয়। পোৱালিবোৰ সামান্য ফুটুকা-ফুটুকী বৰণৰ। পানীৰ ওচৰৰ শুকান শুখ অঞ্চল বিলাকত ইহঁতে বাস কৰে। দল হৰিণ নিশাচৰ নহয়। কেতিয়াবা বহুত সময়লৈকে চৰে। দুপৰীয়া ইহঁতৰ জিৰণিৰ সময়। দৃষ্টি আৰু শ্ৰৱণ শক্তি প্ৰবল। বিপদৰ সংকেত পালেই পলাই ফাট মাৰে। সাধাৰণতে ইহঁতে সমিলমিল হৈ চৰি ফুৰে। নবেম্বৰ মে মাহত ইহঁতে পাল খায়। গৰ্ভধাৰণৰ সময় ছয় মাহ। এটা মতা হৰিণৰ লগত ৩০ জনীলৈ হৰিণী থাকে। ইহঁতৰ সংখ্যা এতিয়া কমি আহিছে।

—O—

## সুগৰী পহু

ইংৰাজী—The Barking Deer

বৈজ্ঞানিক—Muntiacus muntjak

শৰ পহুতকৈ আকাৰত সৰু। উচ্চতা ২-৩ ফুট। ভাৰত আৰু পাকিস্থানৰ সকলো ঠাইতেই পোৱা হয়। মালয় দ্বীপপুঞ্জ চীন, ফৰ্মোচা, জাপানতো আছে। মে-জুন মাহত ইহঁতৰ শিং

সংৰে। হিমালয় আৰু দাক্ষিণাত্যৰ পাৰ্বত্য বনাঞ্চলত সাগৰ পৃষ্ঠৰ ৫,০০০ ফুট ৬,০০০ ফুট উচ্চতালৈ পোৱা যায়। কেতিয়াবা অকলশৰীয়া, কেতিয়াবা যোৰপাতি, কেতিয়াবা কেইবাটাৰো সমাবেশত সৰু সৰু জাকত লগ পোৱা যায়। দিনটোৰ আগ ভাগত ইহঁতে আহাৰ বিচাৰি ফুৰে। কুকুৰৰ ভুকনিৰ দৰে ইহঁতে ভুকে। এনেভাৱে মাতে কাৰণে ইহঁতৰ নাম 'বাৰ্কিং ডিয়েৰ'। এই হৰিণে শুৰালিৰ সময়ত পোৱালি দিয়ে। এবাৰত এটা, কেতিয়াবা দুটা।

—O—

## শৰ্‌ পহু

ইংৰাজী—The Sambar
বৈজ্ঞানিক—Rusa unicolor

ভাৰত, পাকিস্থান, ব্ৰহ্মদেশ, শ্ৰীলংকা, মালয় দ্বীপপুঞ্জ, ফিলিপাইন দ্বীপপুঞ্জ এই হৰিণৰ বাসভূমি। ভাৰতত তাৰ উপজাতি আছে। উচ্চতা ৫ ফুটৰ ওচৰা-ওচৰি। দক্ষিণ ভাৰতৰ তাপ্তী আৰু নৰ্মদা নদীৰ অৱবাহিকাৰ বনাঞ্চলত, মধ্যপ্ৰদেশত বাস কৰা শৰ পহুৰ শিঙৰ আকৃতি বিতোপন। শৰ পহু নিশাচৰ প্ৰাণী। সূৰ্য্য উদয় হোৱাৰ আগে আগে গভীৰ জংগলত প্ৰবেশ কৰে। সূৰ্য্য অস্ত যোৱাৰ পিছতহে ওলাই আহে। দৃষ্টিশক্তি মজলীয়া। ঘ্ৰাণ আৰু শ্ৰৱণ শক্তি তীব্ৰ। এই হৰিণে সাঁতুৰিব পাৰে। শৰ পহুৱে এডোখৰ নিৰ্দিষ্ট ঠাইত প্ৰভুত্ব প্ৰতিস্থা কৰিবলৈ চুবুৰীয়াৰ লগত যুজত প্ৰবৃত্ত হয়। যুজত জয় লাভ কৰিলে ইহঁতৰ এক্‌ৰোব চাৰিসীমাত থকা ভেলেউীবোৰৰ একমাত্ৰ গৰাকী হয়। নবেম্বৰ-ডিচেম্বৰ মাহত পাল খায় আৰু কাম প্ৰবৃত্তিৰ অৱসান হ'লে জুমৰ সহচৰ্য ত্যাগ কৰি মতাটো আঁতৰি



যায়। মে-জুন মাহত পোৱালি হয়। নৱজাত পোৱালিবিলাক মাকৰ লগত থাকে।

—O—

## শহা পহু

ইংৰাজী—The Hare
বৈজ্ঞানিক—Lepus ruficaudatus

শহা পহু সাধাৰণতে আহল-বহল মুকলি ধৰণৰ হাবি থকা ঠাইত থাকে। ইহঁতক বিভিন্ন নামেৰে অভিহিত কৰা হয়। পিকা, ৰেবিট, আৰু হেয়াৰ। পিকা অৰ্থাৎ নিগনি শহা হিমালয় অঞ্চলত পোৱা যায়। ইহঁতে জুমবান্ধি বাস কৰে। নেজ নাই, কাণ বহল আৰু দীঘল। হেয়াৰে জোপোহা হাবিৰ ঘাঁহজাতীয় উদ্ভিদৰ মাজত বাহ বান্ধি থাকে আৰু তাতেই পোৱালি জগায়। হেয়াৰৰ ওপৰৰ উঠটো মাজতে দুভাগকৈ ফটা। শহা সাধাৰণতে নিশাচৰ হলেও দিনতো ঘাঁহ আদি খাবলৈ মুকলিলৈ ওলাই আহে। ইহঁতে বেগাই দৌৰিব পাৰে। এবাৰত পাচোটাকৈ পোৱালি জগায়।

—O—

## বনৰীয়া ম'হ

ইংৰাজী—The wild Buffalo
বৈজ্ঞানিক—Bubalus bubalis

ব্ৰহ্মপুত্ৰৰ অৱবাহিকা, উত্তৰ ভাৰতৰ গংগা নদীৰ অৱবাহিকা, নেপালৰ হাবি অঞ্চলৰ ইহঁত বাসিন্দা। উৰিষ্যাৰ মহানদী

অৰুনাচল প্ৰদেশৰ ... 



ভয়াতুৰ। মতা ম'হে বাঘলৈও ভয় নকৰে। হাবিতলীয়া ঠাইত শস্য ক্ষেত্ৰ ইহঁতে নষ্ট কৰে। ঘ্ৰাণ শক্তি অসীম, দৃষ্টিশক্তি মজলীয়া। বনৰীয়া ম'হৰ জাকত এটা মতা ম'হ থাকে যি ম'হে জাকটো ৰক্ষণাবেক্ষণত সহায় কৰে। ঘৰচীয়া ম'হৰ লগত এই মতা ম'হে পাল খায়। মাৰ্চ মাহত পোৱালি জগায়। অসমৰ মানাহ অভয়াৰণ্য, কাজিৰঙা নেচন্যাল পাৰ্কত জাক জাক বনৰীয়া ম'হ আছে। ইহঁতৰ উচ্চতা ৫´-৬´ ফুটৰ ভিতৰত আৰু ডাঙৰ ডাঙৰ শিঙেই বনৰীয়া ম'হৰ বিশেষত্ব।

—O—



## মেঠোন

ইংৰাজী—The Gaur
বৈজ্ঞানিক— Bos gaurus

ভাৰতবৰ্ষৰ হাবিত ইহঁতক লগ পোৱা হয়। ভাৰতবৰ্ষ, পাকিস্থান, ব্ৰহ্মদেশ, মালয়তো আছে। অকলশৰীয়া ভাৱে সিচৰিত হৈ সৰু সৰু জুমত ইহঁতক দেখা যায়। উচ্চতা ৫-৬ ফুটৰ ভিতৰত। নৱজাত পোৱালিৰ বৰণ সোণালী। বয়সৰ লগে লগে ৰঙচুৰা হয়। ইহঁত হ'ল নিৰ্জু আৰু ভয়াতুৰ প্ৰাণী।



ডাৱৰীয়া আৰু সেমেকা বতৰ নহলে ৰাতিপুৱা আৰু গধূলিতহে চৰিবলৈ বাহিৰ হয়। মানাহ অভয়াৰণ্য কাজিৰঙা ন্যচন্যাল পাৰ্কত এই মেঠোন আছে। আগ.ত গৰমপানী অভয়াৰণ্যতো আছিল। কিন্তু মানুহৰ হিংসাকুৰীয়া স্বভাৱৰ কাৰণে নাইকিয়া

হ'ল। অৰুণাচলৰ ফালে ঘৰচীয়া মিচিমি মেঠোন পোৱা হয়। এই মেঠোনে সমাজৰ প্ৰধান লোকৰ স্থান নিৰূপণ কৰে। বিয়া-বাৰুত এই মেঠোন বৰ আৱশ্যকীয়। অৱশ্যে, বনৰীয়া আৰু ঘৰচীয়া মেঠোনৰ আকৃতিগত বিভিন্নতা পৰিলক্ষিত হয়। বৰ্দ্দীপুৰ অভয়াৰণ্যত জাকে জাকে ইহঁতক পোৱা হয়। মে-জুন মাহত পোৱালি জগে। কেতিয়াবা নবেম্বৰ-ডিচেম্বৰ মাহতো পোৱালিৰ জন্ম হয়।

—o—

## বনৰীয়া ছাগলী

ইংৰাজী—The wild Goat
বৈজ্ঞানিক—Capra hircus.

ইহঁতৰ নেজ চুটি আৰু দাঁতবোৰ ছাগলীৰ দৰে। হিমালয়ৰ পাৰ্বত্য অঞ্চলত কাশ্মীৰৰ পৰা অসমৰ পাৰ্বত্য অঞ্চলত ইহঁতৰ বাসস্থান বুলি জনা যায়। কাশ্মীৰ, মধ্য হিমালয় আৰু আমাৰ পৰ্বতীয়া ঠাইত ৩ বিধ উপজাতি বাস কৰা বুলি জনা যায়। অসমৰ জাতৰ দেও ছাগলী ব্ৰহ্মদেশ আৰু চীন দেশলৈকে বিয়পি আছে। হিমালয় পৰ্বতত সাগৰ পৃষ্ঠৰ পৰা ৯০ মিটাৰৰ পৰা ২৭০ মিটাৰ উচ্চতাত ইহঁতে বাস কৰে। ইহঁতৰ জুমপাতি পাহাৰত বিচৰণ কৰা স্বভাৱ। মে-জুন মাহত পোৱালি জগায়। এই ছাগলীৰ সংখ্যা কম।

—o—



## লাজুকী বান্দৰ

ইংৰাজী নাম—The Slow Loris
বৈজ্ঞানিক নাম—Nycticebus coucang.

অসম, ব্ৰহ্মদেশ, মণিপুৰৰ হাবিত ইহঁতক পোৱা যায়। ইহঁতক মেকুৰীৰ নিচিনা দেখি। হাবিৰ মাজৰ গছৰ ওপৰত উঠি লুকাই থাকে। দীঘলে প্ৰায় ১ ফুটমান হব। নেজ নাই বুলিবও পাৰি। হাতৰ আঙুলিবোৰ মানুহৰ আঙুলিৰ দৰে। ইহঁত হ'ল নিশাচৰ প্ৰাণী। গছৰ ধোন্দত বা গছৰ কেৰেপাত নুৰা বান্ধি মুখখন বুকুৰ মাজত সুমুৱাই শুই থাকে। গধূলি গধূলি পোক-পৰুৱা, গছৰ গুটি, কুঁহিপাত আদি খাই জীয়াই থাকে। বস্তু ধৰি খাবলৈ হলে পিছ ঠেংত থিয় হৈ আগঠেংৰে খোৱা বস্তু, কীট-পতংগ থাপ মাৰি ধৰে। এই বান্দৰ পুহিলে পোঁহ মানে।

—o—

## হলৌ বান্দৰ

ইংৰাজী নাম—White browed Gibbon.
বৈজ্ঞানিক নাম—Hylobates hoolock.

অসম, পূব পাকিস্থান, ব্ৰহ্মদেশৰ হাবিত জুমপাতি গছৰ ওপৰত ইহঁতে বিচৰণ কৰে। আফ্ৰিকাত বাস কৰা চিপাঞ্জী গৰিলা, গোষ্ঠাৰ ইহঁত ভাৰতীয় প্ৰতিনিধি। ইহঁতৰ নেজ নাই। মতাৰ বৰণ ক'লা। মাইকী জাতৰ মুগা বৰণ। পোৱালি ক'লা ৰঙৰ। মাইকী পোৱালি পিচতহে মুগা বৰণৰ হয়। ইহঁতে জপিয়াই খোজকাঢ়ি দীঘল হাতেৰে গছৰ ডালত

ওলমি বেগাই যাব পাৰে । এটা বান্দৰৰ পৰিয়াল এটা জুমত থাকে । আৱশ্যক অনুযায়ী কেবাটাও পৰিয়াল জুম পাতি বাস কৰে । সকলোটিয়ে গছৰ ওপৰত আশ্ৰয় লৈ কটায় । দুপৰীয়া



হোৱাৰ লগে লগে হলৌ বান্দৰে চিঞৰে । পৰিয়ালৰ এটাই চিঁয়ৰ মাৰিলে সকলোৱে ইয়াক অনুসৰণ কৰে । গছৰ কুঁহি-পাত, ফল, কীট-পতংগ, পোক-পৰুৱা, মকৰা খাই জীৱন ধাৰণ কৰে । নিয়ৰৰ কণিকা কেতিয়াবা চুহি আৰু কেতিয়াবা হাতত লৈ খায় । ডিচেম্বৰৰ পৰা মাৰ্চ মাহত ইহঁতৰ পোৱালি হয়।

আমাৰ ভুটান বনাঞ্চলৰ কাষত এবিধ হনুমান বান্দৰ আছে, যাৰ নাম সোণোৱালী হনুমান বান্দৰ (Golden Langur)। ইহঁতৰ গাৰ নোমবোৰ সোণোৱালী বৰণৰ । এই অঞ্চলৰ বাহিৰে অইন ঠাইত এই বান্দৰ নাই ।

—O—



## সাধাৰণ বান্দৰ

ইংৰাজী—The Rhesus Macaque
বৈজ্ঞানিক—Macaca mulatta.

বনৰীয়া বা ঘৰচীয়া অৱস্থাত ইহতক সকলো ঠাইতেই পোৱা হয় । হিমালয়ৰ পাহাৰীয়া অঞ্চল, তাপ্তী আৰু গোদাবৰী নৈৰ পাৰ, উত্তৰ চীন আৰু ব্ৰহ্মদেশত অসংখ্য বান্দৰ পোৱা যায় । গাওঁ আৰু নগৰৰ উপকণ্ঠত ইহতে বাস কৰে । ইহতে গছৰ ওপৰত বগাই বা মাটিত বগাই গৈ ফলাস্বাদ আহাৰ সংগ্ৰহ কৰে। হিমালয় পাহাৰতো বাস কৰে । কীট-পতংগ, মকৰা আদিও খায়। শীতৰ দিনত ইহঁতৰ গাৰ নোমৰ আৱৰণখন বৰ ডাঠ হয়। পোৱালিবোৰে মাকৰ গাত সাবুটি ধৰে । পানীত সাতোৰা বা বুৰ মৰাতো পাকৈত । ইহতে প্ৰত্যেকে প্ৰত্যেকৰ অকণি চায়। পোহনীয়া বান্দৰে মানুহৰ মূৰতো ওকণি চায় । বহুতে বান্দৰ নাচ দেখুৱাই অন্ন সংস্থানৰ বাট মুকলি কৰে । বছৰৰ সকলো সময়তে ইহতে পোৱালি জগায় । কেইবছৰমান আগতে এই বান্দৰ ঔষধৰ ব্যৱহাৰৰ পৰিপ্ৰেক্ষিতৰ বিদেশলৈ ৰপ্তানি কৰা হৈছিল । এতিয়া অৱশ্যে এই নিয়ম ৰহিত হৈছে ।

—O—

## টুপীয়া হনুমান বান্দৰ

ইংৰাজী—The Capped Langur
বৈজ্ঞানিক—Presbytis pileatus.

ব্ৰহ্মদেশ আৰু অসমৰ পাৰ্বত্য অঞ্চলত গভীৰ অৰণ্যত ইহঁতে বাস কৰে । মূৰৰ চুলিবোৰ দীঘল হোৱা হেতুকে এটা

টুপী পিন্ধি থকা যেন দেখি। ইহঁতে গছৰ ওপৰত জুমপাতি থাকে আৰু কেতিয়াবাহে মাটিলৈ নামি আহে। নিয়ৰ আৰু বৰষুণৰ পানীৰেই ইহঁতে পিয়াহ পলুৱায়। ইহঁত হ'ল নিৰামিষ ভোজী। এটা মতা বান্দৰ আৰু কেইবাজনীও মাইকী বান্দৰীৰে এটা পৰিয়াল গঠিত হয়।

—০—

## গেৰেলা পহু

ইংৰাজী—The Hog Badger
বৈজ্ঞানিক—Arctonyx collaris

দেখাত গাহৰি আৰু আচৰণত ভালুকৰ লগত সামঞ্জস্য থকা এই গেৰেলা পহু কেতিয়াবাহে পোৱা যায়। ইহঁত দীঘলে প্ৰায় ২ ফুট। পূব হিমালয়ৰ পৰা অসমলৈকে ইহঁতৰ বসতি বিস্তৃত। গাৰ বৰণ বগা আৰু ক'লা। গেৰেলা পহু সৰ্বভোজী। এই গেৰেলা পহুৱে অকলশৰে নিশা ঘূৰি ফুৰে। মাটিত গাঁত খান্দি অথবা শিল আদিৰ মাজৰ ফাকত আশ্ৰয় লয়। গছৰ গুটি, কেচু-কুমটি, কীট-পতঙ্গ খায়। বন্দী অৱস্থাত ভাত মাংস আদি খায়। শত্ৰুৰ লগত যুজাৰ সময়ত ইহঁতৰ গাৰ নোম থিয় হয় আৰু গাৰ পৰা এক প্ৰকাৰ অকটা গোন্ধৰ পদাৰ্থ নিঃসৃত হয়। একেটা গাঁততে বা একে ঠাইতেই মলত্যাগ কৰে। বহদূৰ গলেও মলদ্বাৰত বন-পাত আদিৰে সোপা দি আগৰ ঠাইলৈ আহি মলত্যাগ কৰে।

—০—



## খটীয়া হৰিণ

ইংৰাজী—The Hog Deer
বৈজ্ঞানিক—Axis porcinus

ইহঁতৰ গাৰ বৰণ মুগা আৰু বুঢ়া হৈ আহিলে ক'লা হয়। পোৱালিবোৰৰ প্ৰথমতে ফুটফুটীয়া দাগ হয়। পিছত এইবোৰ নাইকিয়া হয় আৰু মুগা বৰণ পৰিগ্ৰহ কৰে। পশ্চিমে পঞ্জাবৰ পৰা অসমলৈ বিস্তৃত হৈ আছে। পশ্চিম পাকিস্থানৰ সিন্ধু প্ৰদেশতো ইহঁতক পোৱা হয়। ভাৰতৰ দক্ষিণ-পূৱ ফালেদি টেনিচিৰিয়ামলৈ বিয়পি আছে। দাক্ষিণাত্যত নাই। শ্ৰীলংকাত ইয়াৰ সংখ্যা কম। ইহঁতে দৌৰাৰ সময়ত মূৰটো তল কৰি আগবাঢ়ি যায়। অইন হৰিণৰ দৰে জপিয়াই নেযায়। ইহঁতৰ ঘ্ৰাণ, দৃষ্টি আৰু শ্ৰৱণ শক্তিও প্ৰবল। চেপ্তেম্বৰ আৰু অক্টোবৰ মাহত ইহঁতে পাল খায় আৰু এপ্ৰিল-মে মাহত পোৱালি জগায়। গৰ্ভধাৰণৰ সময় প্ৰায় ৮ মাহ।

—০—

## হনুমান বান্দৰ

ইংৰাজী—The Common Langur
বৈজ্ঞানিক—Presbytis entellus

হিমালয়ৰ পৰ্বতমালা, উত্তৰ ভাৰত, দক্ষিণাত্য আৰু লংকা দ্বীপত বাস কৰা বান্দৰৰ বৰণ পৃথক পৃথক। অৰণ্য অঞ্চলত গছৰ ওপৰত উঠি বা পাহাৰ বগাই ইহঁত ঘূৰি ফুৰে। পানী থকা ঠাইৰ ওপৰত ইহঁতৰ বাসস্থান। মাজে সময়ে জনজাতীয় লোকৰ দ্বাৰা আক্ৰান্ত হয়। ইহঁত হ'ল নিৰামিষ ভোজী প্ৰাণী।

বনৰীয়া ফলমূল, কুঁহিপাত, আদি খাই জীৱন ধাৰণ কৰে। ইহঁতে আন বান্দৰৰ দৰে শস্য ক্ষেত্ৰ নষ্ট নকৰে। ৰাতিপুৱা আহাৰৰ অন্বেষণত ওলায়। সচৰাচৰ আশ্ৰয় লোৱা ঠাইবোৰত ইহঁতৰ মাজত নিজ নিজ স্থান দখলৰ বাবে কাজিয়া লাগে। অৱশ্যে অলপ পাছতে সকলোৰে বাবে থকাৰ ব্যৱস্থা হলে মনে মনে ৰয়। মাংসাহাৰী জন্তুৰ ভয়ত ইহঁতে গছৰ আগত আশ্ৰয় লয়। শত্ৰুৰ সংকেত পালে ইহঁতে বিপদৰ ধ্বনি তুলি জপিয়াই পলাবলৈ আৰম্ভ কৰে। জপিওৱাত ইহঁত পাকৈত। মতা-মাইকী পোৱালিৰে একোটা পৰিয়াল গঠিত হয়। সৰু সৰু পোৱালিবোৰ মাকে কোলাত লৈ ফুৰে। পোৱালিবোৰে মাকক সাৱট মাৰি ধৰে। এটা বান্দৰৰ কেইবাজনী বান্দৰী থাকে। প্ৰাপ্তবয়স্ক পোৱালিবোৰ মাক-বাপেকৰ পৰা আঁতৰ হৈ বেলেগে থাকে। এটা বয়সস্থ মতাক আন এটা বলৱান মতাই বহিষ্কাৰ কৰি বে-দখল কৰাও দেখা যায়। জানুৱাৰী-মাৰ্চ মাহত পোৱালি হয়। এই বান্দৰৰ গৰ্ভধাৰণৰ সময় ৯ মাহ। এই বান্দৰ আমাৰ হাবি-বননিত সাধাৰণতে পোৱা নাযায়।

—O—

## কেৰ্কেটুৱা

ইংৰাজী—The Orange bellied Himalayan squirrel
বৈজ্ঞানিক—Dunnomys hokriah.

ইহঁতে দীঘলে ৮ ইঞ্চি। ইহঁতক সকলো ঠাইতেই পোৱা যায়। নৰম নোমেৰে গা আবৃত। ইয়াৰ উপজাতি এটা চিকিম আৰু ভোটান ৰাজ্যৰ ফালে দেখা পোৱা যায়। উত্তৰ ভাৰত আৰু দাক্ষিণাত্যৰ ফালে দুবিধ অলপ বেলেগ ধৰণৰ কেৰ্কেটুৱা দেখা যায়। অসমৰ কেৰ্কেটুৱাই মানুহৰ সান্নিধ্যত থাকিবলৈ ভাল পায়। তামোল-পাণৰ বাৰীত, ওচৰে-পাঁজৰে থকা গছ গছনিত আশ্ৰয় লয়। গছৰ ওপৰত খেৰ-বাঁহপাত আদিৰে বাহ বান্ধে। ইহঁতৰ জোপোহা নেজডাল ঘূৰি ফুৰোতে অনবৰত লৰাই থাকে। কোনো কোনো সময়ত পোক পতংগ জাতীয় প্ৰাণীও ধৰি খায়। সুবিধা বুজি চৰাইৰ বাহৰ কণীও নেৰে। সাধাৰণতে ইহঁতে গছৰ ফল মূল খাই জীৱন নিৰ্বাহ কৰে।

—O—

## কেটেলা পহু

ইংৰাজী—The Indian Porcupine.
বৈজ্ঞানিক—Hystrix leucura.

আগদাঁতেৰে কুটি খোৱা জন্তুৰ ভিতৰত কেটেলা পহু অন্যতম। ইহঁতৰ গাত কাইটৰ আবৰণ থাকে। এইবোৰ ক'লা বগা ৰঙেৰে ৰঞ্জিত। ইহঁতৰ দুটা উপজাতি আছে। নেজ ডালত থকা কাইটৰ পৰা এক প্ৰকাৰ শব্দ হয়। কেটেলাৰ দীঘল নখে মাটি খান্দি গাত কৰিব পাৰে। ইহঁত নিশাচৰ আৰু নিৰামিষভোজী। শিলৰ ফাঁকত মাটিত খন্দা তলাতলি গাঁতত ইহঁত পৰি থাকে। নল-খাগৰিৰ মাজত খোৰোং কৰিও বাহ লয়। প্ৰয়োজন অনুসৰি গাত লিপিট খাই থকা কাইটবোৰ ডাল ডাল কৈ থিয় কৰি আত্ম ৰক্ষা কৰে। মুখেৰে ফোঁচ ফোঁচ শব্দ কৰে। নেজৰ ফালে থকা জুনুকাৰ দৰে শব্দই শত্ৰুক খেদিব পাৰে। সুৰঙ্গপথ তৈয়াৰ কৰি শস্য ক্ষেত্ৰ বা বাগিচাত প্ৰবেশ কৰি খেতিয়কৰ অশেষ ক্ষতি সাধন কৰে।

একেবাৰতে ২টাৰ পৰা ৪টালৈ পোৱালি হয়। জন্মৰ লগে লগে পোৱালিটোৱে চকু মেলে আৰু নিজৰ তত্বাৱধান লৈ বিচৰণ কৰিব পাৰে।

—o—

## বনৰীয়া গাহৰি

ইংৰাজী—The Indian wild Boar.
বৈজ্ঞানিক—Sus cristatus.

ভাৰতৰ সকলো ঠাইতেই কম বেছি সংখ্যক গাহৰি আছে। বনৰীয়া গাহৰি ওখই প্ৰায় ৩ ফুট। চিকিম, নেপাল, ভুটান আৰু অসমত আন এবিধ সৰু আকাৰৰ গাহৰি আছে। ইহঁতৰ উচ্চতা প্ৰায় ১ফুট। বয়সীয়াল গাহৰিবোৰৰ বৰণ মুগা হয় আৰু বয়স ভাটি দিলেই ইহঁতে মটিয়া বৰণ ধৰে। গাহৰিৰ মুখৰ পৰা সাইনাথ দঁতাল হাতীৰ দৰে এযোৰ দীঘল দাঁত ওলাই আহি তললৈ নামি যায়। অৱশ্যে দাঁতযোৰ হাতীৰ তুলনাত ক্ষুদ্ৰ। ইহঁতে মুকলি ধৰণৰ হাবিত থাকি ভাল পায়। হাবি তলীয়া ঠাইৰ ধাননি পথাৰৰ আশে পাশে আমিষ নিৰামিষ আহাৰ বিচাৰি ঘূৰি ফুৰে। ৰাতিপুৱা আৰু গধূলিহে ইহঁত বাহিৰ হয়। কেঁচু, কুমটি, পোক-পৰুৱা আদি প্ৰাণী বিচাৰি ঠেং আৰু মুখেৰে মাটি খান্দি খান্তাং কৰে। গছৰ কোমল শিপা, বনৰীয়া আলু-কচু বিচাৰি খায়। গাহৰি বৰ চঞ্চল জন্তু। ইহঁতৰ ঘ্ৰাণ আৰু দৃষ্টিশক্তি প্ৰখৰ। শ্ৰৱণ শক্তি মজলীয়া। এই গাহৰিয়ে পালে পালে পোৱালি জগায় আৰু বছৰটোৰ সকলো সময়তেই পোৱালি দিয়ে। শুকান ঘাঁহজাতীয় বস্তু আৰু গছৰ শুকান ডাল গোটাই খোৰোং সাজি বাহ বান্ধে।

—※—



## সৰুনখীয়া উদ

ইংৰাজী—The clawless Otter
বৈজ্ঞানিক—Amblyonyx cinerea.

ইহঁতৰ আকাৰ সৰু। হিমালয় পৰ্বতৰ নামনি কুলু উপত্যকাৰ পৰা অসমলৈ বিস্তৃত এলেকাত ইহঁতৰ বাস। দক্ষিণ ভাৰত, কুগ আৰু নীলগিৰিৰ অঞ্চলতো ইহঁতক পোৱা হয়। ইহঁতৰ নাকৰ বিন্ধাত এখন আৱৰণ থাকে। এই আৱৰণখনৰ কাৰণে পানীত সাতুৰি ফুৰাৰ সুবিধা পায়। পুখুৰী বা বিল আদিৰ পানীত ইহঁতে চিকাৰ কৰি ফুৰে। মাছতকৈ কেঁকোৰা শামুক আদি খাবলৈ ভাল পায়।

২৮০ (সা)

—O—

## উদ

ইংৰাজী—The Smooth Indian Otter.
বৈজ্ঞানিক—Lutrogale perspieillata.

নেজডালৰ সৈতে প্ৰায় ২ ফুট। ইহঁত জলচৰ প্ৰাণী নহলেও পানীত সাতুৰি ফুৰিব পাৰে। উদৰ মাছ ধৰাটোৱেই প্ৰধান কাম। ইহঁতে পানীত চিকাৰ কৰে। ভেকুলী, কেঁকোৰা শামুক আৰু গছৰ পাত আদিও খায়। ঠেঙৰ তলুৱা হাঁহৰ পতাৰ দৰে। নেজডালে বঠাৰ দৰে কাম কৰে। গাৰ নোম ডাঠ আৰু গাত পানী পিচলি যায়। হিমালয়ৰ নামনি অঞ্চল, কাশ্মীৰ আৰু দাক্ষিণাত্যৰ বাহিৰে অন্যান্য ঠাইত ইহঁতৰ বাস। ইয়াৰ উপৰিও ইউৰোপ আৰু আফ্ৰিকা মহাদেশতো আছে। উদে শিলৰ কেৰেপাত নতুবা পানীৰ দাঁতিৰ গছৰ শিপাৰ তলৰ

গাঁতত থাকে। কেতিয়াবা কেতিয়াবা ইহঁতে ইকৰা, খাগৰি, ঢেকীয়া আদি জোপোহা গছৰ তলতো বাস কৰে। উদৰ পোৱালি গাঁততেই হয়। ই সহজে পোহ মানে।



## নেউল

ইংৰাজী—The Small Indian Mongoose
বৈজ্ঞানিক—Herpestes javanicus.

নেউল সকলো ঠাইতেই পোৱা হয়। ইহঁত চিকাৰ প্ৰিয় সৰ্বভক্ষী জীৱ। ইহঁতে মুকলি খেতি পথাৰৰ ওচৰে-পাঁজৰে বাস কৰে। পথাৰৰ মাজৰ জোপোহা গছৰ তলত অথবা মাটিত গাঁত কৰি বাস কৰে। নেউলে মাটিৰ তলত তলাতলি গাঁত কৰি তাৰ ভিতৰত থাকি ৰ'দৰ পৰা ৰক্ষা পৰে। ই দিনে নিশাই খাদ্যৰ বাবে ঘূৰি ফুৰে। নিগনি, সাপ, জেঠি, বেং পতংগ, পলু, কেৰেলুৱা, চৰাইৰ কণী, গছৰ পাত আদিও খায়। ইহঁতৰ বিশেষত্ব এয়ে যে, গাঁতৰ ভিতৰত সোমোৱাৰ সময়ত



কাণ দুখন জপাব বা মেলিব পাৰে। পাছ ঠেং দুখনৰ ওপৰত থিয় হৈ ইহঁতে বিচৰণ কৰা জন্তুৰ ওপৰত দৃষ্টি নিক্ষেপ কৰে। ঘৰচীয়া হাঁহ কুকুৰা ধৰি ধৰি খায়। কণীৰ চেকোৰা ভাঙি কণীৰ মাজত ফুটা কৰি ভিতৰৰ পৰাই শুহি খায়। বিষাক্ত



সাপৰ লগত নেউলে যুঁজ কৰি সাপ বধ কৰে। বহুতে কয়, সাপৰ বিষৰ পৰা পৰিত্ৰাণ পাবলৈ ইহঁতে কোনো ঔষধি গছ ব্যৱহাৰ কৰে।



## ভালুক মেকুৰী

ইংৰাজী—The Bear Cat
বৈজ্ঞানিক—Arctitis Binturong

গভীৰ হাবি অঞ্চলত বাস কৰা এটা জহামাল জাতীয় বনৰীয়া জন্তু। নেপাল, ভুটান, অসম, ব্ৰহ্মদেশ, মালোচিয়াত এই জহামাল সিচৰিত হৈ আছে। ভালুক মেকুৰীয়ে গছে গছে বগাই ফুৰিব পাৰে। দিনৰ ভাগত গছৰ ধোন্দ বা কেৰেপাৰ মাজত নুৰা বান্ধি নেজডালৰ মাজত নিজৰ মুৰটো সুমুৱাই শুই থাকে। ৰাতি হলে গছৰ ওপৰে ওপৰে বগাই আহাৰ খাই ফুৰে। সৰু সৰু পোৱালিবোৰে গছৰ ডালত নেজডালেৰে মেৰিয়াই ধৰি ওলমি থাকে। ইহঁতৰ আমিষ আৰু নিৰামিষ আহাৰৰ প্ৰতি সমানে ৰাপ। গছৰ ফল-মূল, সৰু সুৰা জীৱ-জন্তু চৰাই চিৰিকটি, কীট-পতংগ খায়। মাটিত বগাই ঝাঙতে গোঁজৰে আৰু এক প্ৰকাৰৰ হিচ্-হিচ্ শব্দ কৰে। ইহঁতক পুহিলে পোহ মানে। পাৰিবাৰিক আৰু সামাজিক বিষয়ে জনা নেযায়।



## হিমালয়ৰ ক'লা ভালুক

ইংৰাজী—The Himalayan Black Bear
বৈজ্ঞানিক—Selenarctos thibetanus

হিমালয়ৰ পৰ্বতীয়া অঞ্চল, অসম, অৰুণাচল, চীনদেশ, জাপান, মালয় দ্বীপপুঞ্জ, বেলুচিস্থানতো ইহঁতক পোৱা যায়। দীঘলে প্ৰায় ৬´-৫´ ইঞ্চি। ইহঁত আকাৰত ডাঙৰ আৰু দেখাতো ভয়ঙ্কৰ। গৰমৰ দিনত ইহঁতে পাহাৰত কটায় আৰু শীত কালত তললৈ নামি আহে। দিনৰ সময়ত শিলৰ ফাঁকত, গুহা-গহ্বৰত নাইবা গছৰ ধোন্দৰ ভিতৰত সোমাই থাকে। সন্ধিয়া আহাৰৰ অন্বেষণত বাহিৰ হয় আৰু ৰাতিপুওৱাৰ লগে লগে গভীৰ হাবিত সোমাইগে। ফল-মূল, মৌ, পোক, উঁইপৰুৱা, গুবৰুৱা ইহঁতৰ প্ৰিয় খাদ্য। ইহঁতে ভেড়া পোৱালিও মাৰি খায়। ভালুকে জাৰকালি গছৰ ধোন্দত দুটা বা তাতোধিক পোৱালি জগায়। মাকে এবছৰমানৰ ভিতৰতে প্ৰতিপালন কৰি ডাঙৰ দীঘল কৰে।

—O—

## মাটি ভালুক

ইংৰাজী—The sloth Bear
বৈজ্ঞানিক—Melursus ursinus

অসমৰ হাবি-বননিত বাস কৰা ভালুকক আমাৰ মানুহে মাটি ভালুক বুলি কয়। ইহঁতৰ বিস্তৃতি অসমৰ হাবি-অঞ্চলৰ পৰা আৰম্ভ কৰি মালয় দ্বীপপুঞ্জ, বৰ্গও দ্বীপলৈ বিয়পি আছে। ইহঁতৰ হিমালয়ৰ ক'লা ভালুকৰ লগত সামঞ্জস্য আছে। গছত



উঠি মৌচাকৰ মৌ-ৰস খোৱাত পটু। সাধাৰণতে ইহঁতে গছৰ ফল-মূল খাই জীৱন ধাৰণ কৰে। সৰু সৰু জন্তু ধৰিও খায়। পোক-পৰুৱা; উঁই-চিৰিঙা, গুবৰুৱা জাতীয় পোকৰ লেটা আদি পতংগজাতীয় প্ৰাণী ইহঁতৰ উপাদেয় আহাৰ।



ইহঁতে মানুহকো হত্যা কৰে। পোহ মানে সঁচা কিন্তু শিকলিৰে বান্ধি থোৱা উচিত। নহলে মানুহৰ অপকাৰ কৰিব পাৰে। গছৰ ধোন্দত অথবা জোপোহা গছত পোৱালি জগায়। আমাৰ কিছুমান লোকে ভালুক নচুৱাই জীৱিকা অৰ্জন কৰে।

—O—

## ৰাং কুকুৰ

ইংৰাজী—The wild Dog
বৈজ্ঞানিক – Canis aureus

ৰাং কুকুৰ, কুকুৰনেচীয়া বাঘ, শিয়াল জাতীয় জন্তু। আমাৰ ঘৰচীয়া কুকুৰৰ লগত সাদৃশ্য আছে। ইহঁতৰ বাসস্থান চাইবেৰিয়া, ভাৰতৰ বিভিন্ন ঠাইৰ ওখ-চাপৰ পাহাৰীয়া অঞ্চলত আৰু ওচৰে-পাঁজৰে থকা সমতলৰ গভীৰ হাবি অঞ্চলত ৰাং কুকুৰ

লগ পোৱা হয়, । মধ্য এচিয়া, পুব এছিয়া, মাঞ্চুৰীয়া, মালায়চিয়া তিব্বত, লাডাখ অঞ্চলৰ মুকলি ধৰণৰ হাবিতো থাকে। ভাৰতবৰ্ষৰ গভীৰ হাবিতো আছে। ইহঁতৰ বাবে লাগে বন্য জন্তু, পানী আৰু আৰামেৰে থাকিব পৰা ছাঁয়াযুক্ত ঠাই। একেটা পৰিয়াল বা ভিন ভিন পৰিয়ালৰ লগত কেইবাটাও জন্তুৰ দ্বাৰা গঠিত একোটা জাকে একেলগে বাস কৰে আৰু সকলোৱে জাকপাতি চিকাৰ কৰে। নিশাচৰ প্ৰাণী হলেও ডাৱৰীয়া বতৰত জাকপাতি দিনৰ ভাগত চিকাৰ কৰিবলৈ ওলায়। বিভিন্ন জাতৰ পহু আৰু তেনেধৰণৰ সৰু জন্তু ইহঁতে চিকাৰ কৰি খায়। মেঠোন, বনৰীয়া ম'হৰ পালৰ জন্তুকো মৰসাহ দি একাষৰীয়া কৰি পোৱালি মাৰি খায়। ইহঁত ওস্তাদৰো ওস্তাদ। কুকুৰ-নেচীয়া বাঘ, মাটি ভালুক, টেঁকীয়াপতীয়া বাঘকো আক্ৰমণ কৰে। চিকাৰৰ জন্তুবোৰৰ পিছে পিছে অনুসৰণ কৰি গৈ থাকে আৰু ওচৰ পোৱাৰ লগে লগে তৎক্ষণাৎ চাৰিওফালে সিচৰিত হৈ পৰে। ইংগিতমূলক সুহুৰিৰ দ্বাৰা সকলোৰে মনোযোগ আকৰ্ষণ কৰি আচম্বিতে সকলোৱে চিকাৰৰ জন্তুটোৰ ওপৰত একেলগে জাপ দি পৰে। চিকাৰৰ জন্তু ডাঙৰ হলেও ইহঁত নিৰাশ নহয়। গোটেইজাক ৰাং কুকুৰে তাৰ গাৰ ওপৰত ঘনে ঘনে জাপ দি পৰে। মুখ, চকু ঠেং, আদি শৰীৰৰ বিভিন্ন অঙ্গপ্ৰত্যেঙ্গ কামুৰি তেজৰ নৈ বোৱায়। নবেম্বৰ, ডিচেম্বৰ মাহত ইহঁতে পোৱালি জগায় আৰু একেবাৰতে চাৰিটাৰ পৰা ছয়টালৈ পোৱালি দিয়ে।

—০—



# শিয়াল

ইংৰাজী—The Jackal.

বৈজ্ঞানিক—Canis auresus.

ভাৰতবৰ্ষৰ বাহিৰেও দক্ষিণ ইউৰোপ, দক্ষিণ এছিয়া আৰু লংকা দ্বীপত ইহঁতৰ বসতি পৰিলক্ষিত হয়। মৰুভূমিৰ শুকান বালিময় ঠাই আৰু সেমেকা জলবায়ুৰ পৰিবেশ বসবাসৰ উপ-যোগী। শিয়াল নিশাচৰ প্ৰাণী। গধূলি হোৱাৰ লগে লগে ইহঁত চিকাৰৰ অন্বেষণত ওলায়। বৰষুণৰ বতৰত ইহঁতে দিনতো বাহিৰ হয়। সাধাৰণতে অকলশৰীয়াকৈ বা দুই-তিনিটা একেলগ হৈ আহাৰ বিচাৰি ওলায়। শহাপহু, ভেকুলী, নিগনি, কীট-পতংগ আদি ইহঁতৰ খাদ্য। কাউৰী শগুণৰ লগত মৰা শ খায়। পোহনীয়া চৰাই, হাঁহ-কুকুৰা, ভেড়া পোৱালি, ছাগলী পোৱালি মাৰি খায়। গাঁতৰ ভিতৰত পোৱালি জগায় আৰু তাতে পোৱালিক আহাৰ যোগায়। ভয়খালে কেতিয়াবা শিয়ালে 'ফেউ ফেউ' কৰিলে ফেউৰা বুলি কোৱা হয়। শিয়ালে যিঠাইত প্ৰস্ৰাৱ কৰে তাৰ পৰা এটা অকটা গোন্ধ বাহিৰ হয়। প্ৰাণীবিদে কয় যে, কুকুৰনেচীয়া বাঘ আৰু এই শিয়ালৰ পৰাই ঘৰচীয়া কুকুৰৰ উদ্ভৱ হৈছে।

—০—

# তাড়ি খোৱা জহামালা

ইংৰাজী– The Common palm Civet

বৈজ্ঞানিক—Paradoxurus hermaphroditus.

ইহঁতে হাবিৰ গছ-গছনিৰ মাজত বগাই ফুৰিব পাৰে। কাশ্মীৰৰ পৰ্বতীয়া ঠাই, হিমালয়ৰ পাৰ্বত্য অঞ্চল আৰু অসমৰ হাবিতো আছে। দক্ষিণ ভাৰতৰ বিভিন্ন স্থান, শ্ৰীলংকা, দক্ষিণ পূব এছিয়া, ব্ৰহ্মদেশ, মালেচিয়াতো আছে। ইহঁত দীঘলে প্ৰায় ২ ফুটমানহে। দিনৰ ভাগত গছৰ ডালৰ কেৰেপাত বা গা-গছৰ খোন্দত মেৰ খাই শুই থাকে আৰু ৰাতিহে খাদ্য অন্বেষণত গছৰ পৰা মাটিলৈ নামি আহে। সৰু-সুৰা জন্তু আৰু চৰাই আদি ধৰি খায়। চৰাইৰ কণী, কীট-পতংগ, গছৰ ফল-মূল আদিও খায়। গাঁও বা নগৰৰ ওচৰত থকা সৰু-সুৰা হাবিৰ গছ-গছনিত বগাই ফল, আম, খেজুৰ খায়। খেজুৰৰ মাটিৰ টেকেলিত থকা তাড়ি খোৱাত পাকৈট কাৰণে ইয়াৰ নাম তাড়ি খোৱা জহামাল। কেতিয়াবা কেতিয়াবা ইহঁতৰ কিছুমান জন্তুৱে মানুহৰ ঘৰতো বসতি কৰে। ঘৰৰ চাল, বাহিৰা ঘৰ, পুৰণি নলা আদিত আশ্ৰয় লয় আৰু ঘৰচীয়া হাঁহ-কুকুৰা মাৰি খায়। গছৰ খোন্দত বা শিলৰ কেৰেপাত এবাৰত তিনিটা বা চাৰিটা কৈ পোৱালি জগায়।

—O—



# জহামাল

ইংৰাজী—The Large Indian Civet

বৈজ্ঞানিক—Vinerra Zibetha.

এটা দীঘলীয়া আকৃতিৰ সৰু জোঙামুখীয়া জন্তু। মেকুৰী জাতীয় জন্তুৰ লগত ইয়াৰ সাদৃশ্য আছে। এই জহামালে আংশিক ভাৱে মাংসৰ ওপৰত বৰ্তি থাকে। ইয়াৰ বৈশিষ্ট্য হ'ল এয়ে যে, গাৰ পিছফালে এটুকুৰা মাংসগ্ৰন্থি আছে। এই মাংসগ্ৰন্থিৰ পৰা ইচ্ছানুসৰি একবকমৰ গোন্ধযুক্ত জুলীয়া পদাৰ্থ ওলাই আহে। এই পদাৰ্থৰ গোন্ধ জহা চাউলৰ গোন্ধৰ দৰে। সেয়েহে অসমীয়া মানুহে ইয়াক জহামাল বুলি কয়। ইহঁতৰ মুখৰ আগফালে থকা দাড়ি কেইডাল ইচ্ছামতে লৰাব পাৰে। এই দাড়িৰ দ্বাৰা ইহঁতে খাদ্য বস্তুৰ উমান লোৱা বুলি ধাৰণা হয়। জহামাল মাংসাহাৰী জন্তু হলেও নিৰামিষ আহাৰ আদি খাইও ভাল পায়। ৰাতিহে ইহঁতে খাদ্য অন্বেষণত ওলায়। ইহঁতৰ স্বভাৱ বৰাগীৰ দৰে অকলশৰীয়া।



সৰু সুৰা জন্তু, চৰাই চিৰিকটি, ঘৰচীয়া হাঁহ-কুকুৰা আদি বধ কৰি খায়। ইয়াৰ উপৰিও সাপ, বেং, কেঁকোৰা, কীট পতংগ সৰীসৃপ আৰু পতঙ্গ জাতীয় জীৱ জন্তু খায়। গছৰ

ফল মূলো ইহঁতে খায় । এই জহামালক ঘৰচীয়া কুকুৰে খেদি নিলে মাংসগ্ৰন্থিৰ জুলীয়া পদাৰ্থ বাটত পেলাই আনফালে আতৰি যায় । কুকুৰে এই পথেদি ইয়াক অনুসৰণ কৰি থাকে । মুখৰ আগফালে থকা বিচিত্ৰ বৰণেও শত্ৰুক ভয় খুৱায় । এইবোৰ হ'ল আত্মৰক্ষাৰ সঁজুলি, ৰক্ষা কৱচ যাক প্ৰকৃতিয়ে প্ৰদান কৰি ৰক্ষা কৰি আছে । জহামালাৰ দৃষ্টি শক্তি প্ৰবল, ঘ্ৰাণ আৰু শ্ৰৱণ শক্তিও তীব্ৰ । ইহঁতৰ জোপ লৈ চিকাৰ কৰা স্বভাৱ । ইহঁতৰ কেইবাটাও জাতি-উপজাতি আছে, তাৰে কিছুৱে গছৰ ওপৰত আশ্ৰয় লয় আৰু কিছুৱে মাটিত বাস কৰে । ইহঁতৰ বাসস্থান নেপাল, ভুটান, চিকিম, উত্তৰ বঙ্গ । অসমৰ প্ৰায় সকলো ঠাইতেই পোৱা যায় । ব্ৰহ্মদেশ, দক্ষিণ চীন, থাইলেণ্ড, মালয়চিয়াতো এই জন্তু পোৱা যায় ।

—o—

## সোণোৱালী মেকুৰী

ইংৰাজী—The Golden Cat.
বৈজ্ঞানিক—Profelis temmincki

এই সোণোৱালী মেকুৰী অসমৰ পাহাৰীয়া অঞ্চল, ভুটান চিকিমত লগ পোৱা হয় । দক্ষিণ-পূব এছিয়াৰ বৰ্ণিও আৰু চিলিবিচ দ্বীপপুঞ্জতো পোৱা যায় । এই মেকুৰী হাবিত থকা সকলো মেকুৰী জাতীয় জন্তুতকৈ ডাঙৰ আৰু দেখিবলৈ ধুনীয়া । গাটো সোণোৱালী বৰণৰ নোমেৰে আবৃত । পোৱালি-বোৰৰ নোম অধিক দীঘল আৰু ডাঠ । এই সোণোৱালী মেকুৰীয়ে গছত উঠে আৰু গছৰ ধোন্দত পোৱালি জগায় । সৰু-সুৰা জন্তুবোৰেই ইহঁতৰ আহাৰ । ওখ ১´-৬´´ ইঞ্চি



আৰু দীঘলে প্ৰায় ৬´ ফুট ।

—o—

## গোধাফুটুকী বাঘ

ইংৰাজী—The Clouded heopard.
বৈজ্ঞানিক—Neofelis nebulosa.

গোধাফুটুকী বাঘ দীঘলে প্ৰায় ৬´-৬´´ ইঞ্চি । নেজডালেই ৩ ফুট দীঘল । শৰীৰটো দীঘল কিন্তু অঙ্গ প্ৰত্যঙ্গ তুলনামূলক ভাৱে চুটি । গাত ক'লা ৰঙৰ চকা চকা দাগ থকা । গাৰ মাজ ভাগত বগা ৰঙৰ নোম । ঠেঙৰ আকৃতি ঢেঁকীয়াপতীয়া বাঘ আৰু সিংহৰ ঠেঙৰ দৰে । কিন্তু ইহঁতৰ মূৰৰ লাও-খোলা আৰু দাঁতৰ প্ৰাৰ্থক্য আছে । বিশেষত্ব এই যে, এই বাঘৰ নেজডাল ডাঙৰ আৰু ঘন নোমেৰে পূৰ্ঠ । এনে হোৱাৰ কাৰণে বাঘটোক বৰ ধুনীয়া দেখি । গাৰ বৰণ বগা মাটিয়া-হালধীয়া-মুগা । নেপাল, ভুটান আৰু চিকিমত এই গোধাফুটুকী বাঘৰ বাস । অসম, ব্ৰহ্মদেশ, দক্ষিণ চীন আৰু মালয়ৰ হাবি জঙ্গলতো আছে । ইহঁত গভীৰ জংগলৰ অধিবাসী আৰু ৰাতিহে চিকাৰ কৰে । হৰিণ আৰু হৰিণৰ দৰে আন ডাঙৰ জন্তুকো মাৰি ভক্ষণ কৰে । কেতিয়াবা ভুটীয়া গাঁৱত সোমাই ছাগলী, গাহৰি বধ কৰি খায় । ইহঁতৰ প্ৰজননৰ কথা জনা নেযায় ।

—❋—

## নাহৰফুটুকী বাঘ

ইংৰাজী—The Leopard,

বৈজ্ঞানিক—Pauthera pardus.

নাহৰফুটুকী বাঘ ভাৰতবৰ্ষ আৰু পাকিস্থানত পোৱা যায়। শ্ৰীলংকাতো আছে, ব্ৰহ্মদেশতো আছে। কাশ্মীৰ, নেপাল ভূটানৰ পাৰ্বত্য অঞ্চলতো এই বাঘ আছে। ইয়াৰ বৰণ হাল-ধীয়া। মাজে মাজে ক'লা ৰঙৰ চকা চকা দাগ থকা। ইহঁত হ'ল নিশাচৰ প্ৰাণী। কেতিয়াবা ডাৱৰীয়া বতৰতো চিকাৰ কৰে। গৰু, ম'হ, ছাগলী, হৰিণ, বান্দৰ, চৰাই, বেং, সাপ কেঁকোৰা আদি খায়। এই বাঘে ঢেঁকীয়াপতীয়া বাঘৰ দৰে চিকাৰৰ ওপৰত জপিয়াই পৰে। এই বাঘে ঘৰচীয়া জন্তু বধ কৰি মানুহৰ অশেষ ক্ষতি সাধন কৰে। মানুহৰ ওচৰে-পাঁজৰে বাস কৰাৰ বাবে ইহঁতে মানুহৰ স্বভাৱৰ ভু পায়। আফ্ৰিকা মহাদেশতো এইবিধ বাঘ আছে। ঢেঁকীয়া-পতীয়া বাঘতকৈ ইহঁতৰ সংখ্যা অধিক আৰু যিকোনো হাবিতেই ইহঁতে বাস কৰিব পাৰে। নাহৰফুটুকী বাঘ ঢেঁকীয়াপতীয়া বাঘৰ দৰে নৰখাদকলৈ পৰিণত হয়। এই বাঘে সহজতে গছত উঠিব পাৰে। যাভা আদি দেশত বাস কৰা কিছুমান বাঘৰ নোম ক'লা। অসমৰ ক'লা বৰণৰ ঘোং বাঘ নাহৰফুটুকী বাঘৰে ওচৰ সম্পৰ্কীয়। বছৰৰ সকলো সময়তেই এই বাঘে পোৱালি জগাই বুলি জনা যায়। এবছৰত ৪টালৈ পোৱালি হয় আৰু ৯১ দিন গৰ্ভধাৰণ কৰে। ঢেঁকীয়াপতীয়া বাঘ নাহৰ-ফুটুকীৰ প্ৰধান শত্ৰু। এই বাঘ সাধাৰণতে ২৭০ চেঃ মিঃ দীঘল হয় কিন্তু নাহৰফুটুকী ইয়াৰ তুলনাত সৰু আৰু ২১০ চেঃ মিঃ দীঘল হয়।

—০—



## ঢেঁকীয়াপতীয়া বাঘ

ইংৰাজী—The Tiger

বৈজ্ঞানিক—Panthera tigris

ভাৰতবৰ্ষ আৰু পাকিস্থানত ঢেঁকীয়াপতীয়া বাঘ পোৱা যায়। ৰাজস্থানৰ মৰুভূমি, পঞ্জাব আৰু কাথিৱাৰ উপদ্বীপত এই বাঘ নাই। ইহঁতৰ বাসস্থান হ'ল গভীৰ বনাঞ্চল, চিৰসেউজীয়া বন-ভূমি, ইকৰা-খাগৰি আদি ঘাঁহ জাতীয় গছ থকা ঠাই। পানীৰে পূৰ্ণ দ ঠাইত ইয়াৰ বাবে বাসৰ উপযোগী য'ত চিকাৰৰ জন্তু থাকে, জিৰণিৰ বাবে ভাল ছাঁয়াযুক্ত ঠাই থাকে, পানী থাকে, সেই ঠাইতেই বাঘে থাকিবলৈ ভাল পায়। দোকমোকালি আৰু সন্ধিয়াত ইহঁতে চিকাৰৰ বাবে বাহিৰ হয়। ডাৱৰীয়া বতৰৰ দিনতো বাঘে চিকাৰ কৰে। এই বাঘে পোৱালি হাতী, নাহৰ-ফুটুকী বাঘ, নিজৰ জাতৰ পোৱালিকো খায়। তদুপৰি পোহনীয়া গৰু ,ম'হ আছেই। সাধাৰণতে বাঘে মানুহ নেখায়। কিন্তু যেতিয়া বাঘ বুঢ়া হয়, ভোকত আতুৰ হয়, শৰীৰত আঘাত পায়, তেতিয়াহে বাঘে ঘৰচীয়া জন্তু চিকাৰ কৰে; নহলে বনৰীয়া জন্তুৰ ওপৰতেই অধিক ভাৱে নিৰ্ভৰ কৰে। এনে অৱস্থাত মানুহ মাৰিবলৈ ভয় নকৰে। আত্মৰক্ষাৰ বাবে কেতিয়াবা মানুহ চিকাৰ কৰে। বাঘে এবাৰ মানুহ খালে, তেজৰ সোৱাদ পালে, মানুহক খেদি খেদি খায়। বাঘ তেতিয়া নৰখাদকলৈ ৰূপান্তৰিত হয়। নৰখাদক হ'লে দুৰ্দান্ত আৰু সাহসী হয়। বেছিভাগ মানুহ খোৱা বাঘ মাইকী বাঘ। পোৱালিক সাধাৰণতে আহাৰ যোগোৱাৰ বাবেই বাঘিণীয়ে মানুহ মাৰে। বাঘে এখন হাবিৰ পৰা আন এখন হাবিলৈ যায় যাক আমাৰ মানুহে চোং সলোৱা বুলি কয়। ইয়াৰ মূল কাৰণ হ'ল. যেতিয়া থকা ঠাইত খোৱা জন্তুৰ অভাৱ হয়, তেতিয়া অইন এখন হাবিত থাকিবলৈ লয়

আৰু জন্তু বধ কৰি জীৱন ধাৰণ কৰে। বাঘে ঘৰচীয়া ম'হ, বনৰীয়া গাহৰি, হৰিণ আদি অধিককৈ বাঢ়িবলৈ নিদি প্ৰাকৃতিক সমতা ৰক্ষা কৰে। ফেব্ৰুৱাৰী আৰু মে মাহৰ ভিতৰত বাঘিনীয়ে পোৱালি জগায়। ১৫-১৬ সপ্তাহ হ'ল গৰ্ভধাৰণৰ সময়। ৩টাৰ পৰা ৬টালৈ পোৱালি এবাৰত হয়। পোৱালি জগাৰ পিছত বাঘ আঁতৰি যায় আৰু বাঘিণীয়েই পোৱালিবোৰক লালন-পালন কৰি চিকাৰৰ শিক্ষা দিয়ে। পোৱালিবোৰে নিজে নিজেই চিকাৰ কৰি খাব পৰা হলেই বাঘ-বাঘিনীৰ পুনৰ মিলন হয়। মতা বাঘটো যেতিয়া আঁতৰি থাকে সঙ্গমৰ সময়ত সঙ্গিনী বিচাৰি বাঘে হাউৰিয়ায়। বাঘৰ মাত শুনি বাঘিনীৰ অৱস্থিতিৰ সঁহাৰি দি বাঘিনীয়ে প্ৰত্যুত্তৰ দিয়ে। এই সময়ছোৱাত বাঘ-বাঘিনীৰ গোঁজৰণিত হাবিথন কঁপি উঠে। পাহাৰত এই ধ্বনি প্ৰতিধ্বনিত হয়। এনেভাৱে একাধিক বাঘে মাত মাতিব পাৰে। তেতিয়া দুয়ো বাঘৰ যুঁজ লগাটো স্বাভাৱিক কথা। নিৰ্বলী পলাই যায় আৰু বলী বাঘটোৱে বাঘিণীৰ লগত পাল খায়। সেই কাৰণে কোৱা হয় এখন হাবিত দুটা বাঘ থাকিব নোৱাৰে। বাঘৰ জীৱন কাল ৩০ বছৰ বুলি বিশেষজ্ঞসকলে কয়। ইয়াতে এটা কথা উল্লেখ কৰিব পাৰি যে, সিংহই পৰিয়াল সহ বাস কৰে কিন্তু বাঘৰ ক্ষেত্ৰত এনে নহয়। মতা বাঘটোৱে মাইকী বাঘটোক পোৱালি লালন-পালন কৰিবলৈ দি অকলে থাকেগৈ। এই ক্ষেত্ৰত সিংহ স্বাৰ্থপৰ নহয় কিন্তু বাঘ ইয়াৰ বিপৰীত। বাঘৰ দেহৰ বহু অংশই মানুহৰ বেমাৰ-আজাৰ নিৰাময় কৰে বুলি বহুতে কয়। বাঘৰ তেলেৰে গা মালিচ কৰিলে গা বিষ কমে। বাঘৰ আগবাউসীৰ ওচৰত মাংসৰ মাজত পোৱা বুকুৰ হাড়ক 'বাঘ-বল' বুলি কোৱা হয়। ই গাত থাকিলে অমঙ্গল দূৰ কৰে হেনো। বাঘৰ দাড়ি, আগমঙহ, বাঘৰ দুধ, বহু বেমাৰৰ ঔষধ। বাঘৰ আটকধুনীয়া ছালৰ বাবে অতীত কালত বহু বাঘ নিধন



হৈছে আৰু এই কাৰণেই এতিয়া বাঘ আমাৰ হাবি-জঙ্গলৰ পৰা নাইকিয়া হৈ গৈছে। চৰকাৰে মানাহ অভয়াৰণ্য বাঘ প্ৰকল্পত অন্তৰ্ভুক্ত কৰাৰ কাৰণে এতিয়া আগৰ দৰে বাঘ নিধন হোৱাত বাধা পৰিছে আৰু সংখ্যাও বাঢ়িছে বুলি জনা যায়। চৰকাৰী তথ্যমতে অসমৰ হাবিত ২০০টা মানহে বাঘ আছে। বাঘ বধ কৰাটো বে-আইনী।

—o—

## হালধীয়া ডিঙিৰ মাৰ্টেন

ইংৰাজী—The yellow-throated Martens

বৈজ্ঞানিক—Charronia flavigula

অসমৰ পৰ্বতীয়া অঞ্চল, হিমালয় পৰ্বতৰ নামনি অঞ্চলত সিচৰিত হৈ আছে। ইহঁতৰ এটা উপজাতি দক্ষিণৰ নীলগিৰিতো পোৱা যায়। ইহঁতে পৰ্বতীয়া ঘাঁহনিতো বাস কৰে। পাহাৰৰ নামনি ভাগতো কেতিয়াবা ইহঁতক লগ পোৱা হয়। গছৰ ওপৰে ওপৰে বগাই কেতিয়াবা মাটিলৈকে নামি আহি আহাৰ বিচাৰি ফুৰে। ইহঁতক অকলশৰীয়া ভাৱে দেখা যায়। গছৰ ডাল বগাই ইডালৰ পৰা সিডাললৈ জপিয়াই ফুৰিব পৰা অদ্ভুত পাৰদৰ্শিতা আছে। বনৰীয়া চৰাই আৰু চৰাইৰ বাহৰ কণী ইহঁতৰ উপাদেয় আহাৰ। মাটিত শহাপহু, দেওডৰিক, বন্যজন্তু আৰু চৰাই ধৰি খায়। ইহঁতেও পোহ মানে।

—❋—

# প্ৰকৃতিৰ বৈচিত্ৰভূমি অসম

অসমৰ বনাঞ্চল অকল যে নানাবিধ গছ-লতা, ঘাঁহ-বননিৰ বাবেই প্ৰখ্যাত এনে নহয়—দেশৰ উত্তৰ-পূৰ্বাঞ্চলৰ অসম আৰু তাৰ লগতে লাগি থকা চুবুৰীয়া ৰাজ্যকেইখনৰ সীমিত বনাঞ্চলত যিমানবিধ বেলেগ বেলেগ ধৰণৰ গছলতা, তৃণতৰু আছে সিমান বিচিত্ৰ সমাবেশ পৃথিৱীৰ অন্য ক'ৰবাত আছে বুলি সন্দেহ হয়। অসমকে ধৰি এই অঞ্চলটো 'উদ্ভিদ বিজ্ঞানীৰ স্বৰ্গ' বুলিয়েই জনাজাত। বিশ্বাস কৰিবলৈ টান যেন লাগিলেও, গোটেই পৃথিৱীত সিচৰিত হৈ থকা ২০,০০০ মান বেলেগ বেলেগ বেলেগ জাতৰ কপৌফুলৰ প্ৰায় তিনি হেজাৰমান জাত আমাৰ এই অঞ্চলৰে বাসিন্দা। কপৌফুল বা আৰ্কিড বুলি কলে আমি মাথো কেইবিধমান ফুলৰ কথাহে ভাবো। আমাৰ মনলৈ আহে ৰিহুৰ বতৰত বসন্তৰ আগমনি শুচোৱা শিয়াল নেজীয়া কপৌফুল আৰু ভাঁটৌ ফুল বা নাচনী গাভৰুৰ কলডিলীয়া খোপাত জিলিকা কপৌফুল থুপি—তাৰেনো আকৌ হাজাৰ-বিজাৰ জাত আছেনে? আহক, আমাৰ এই অঞ্চলতো হোৱা কেই বিধমান অসমৰ থলুৱা স'চ নহলেও অসমৰ জল-বায়ু ইয়াৰ বাবে উপযোগী হেতু নুন্যতম প্ৰয়াসেৰে অসমত ইয়াৰ খেতি কৰিব পাৰি। কিছুমানৰ অসমীয়া প্ৰতিশব্দ নোহোৱাৰ কাৰণে বৈজ্ঞানিক নামকে ব্যৱহাৰ কৰা হৈছে।

## এৰিডিচ্ ফিল্ডিন্‌জাই ঃ

পাহাৰৰ নামনি অংশত এইবিধ কপৌফুল সহজে পোৱা যায়। গছজোপা ৬০ চেণ্টিমিটাৰমান ডাঙৰ হয়। পাত ডাঠ, পাতৰ মূৰটো নখেৰে চিঙাহেন। ফুলৰ খোপা দীঘল—ফুল



পাতলীয়া গোলাপী ৰঙৰ। মণ্ডহাল উজ্বল গোলাপী ফুট্‌ফুটীয়া. চ'ত-বহাগ মাহত ফুলে।

## এৰুন্দিনা চাইনেন্সচি ঃ

সাধাৰণতে বাঁহপতীয়া ফুল বুলি জনা এইবিধ আৰ্কিডৰ দুজাত আছে। দুয়োবিধ মাটিত হয়। এজাতৰ গছ ২।৩ মিটাৰ ডাঙৰ হয়, ফুল বেঙুনীয়া বৰণৰ; ইজাতৰ গছ সৰু ৬০।৭০ চেণ্টিমিটাৰ ওখ হয়। ফুল উজ্বল গোলাপী ৰঙৰ। মাজতো বগা বা পাতল ৰঙৰ। পাহাৰৰ নামনি বননি-খেৰণিৰ মাজত এইবিধ অৰ্কিড সহজে দেখা পোৱা যায়। জাৰকালিত বাদে প্ৰায় গোটেই বছৰ ফুলে।

## এৰিদিচ অডৰেটাম ঃ

ভাঁটৌফুল দেখাত এ. ফিল্ডিঞ্জাইৰ দৰে কিন্তু গঠন সৰু। ফুলৰ খোপাৰ চুটি বস্তু, পাতল গুলপীয়াত ডাঠ ৰঙৰ ফুটফুটীয়া। বহাগ-জেঠ মাহত ফুলে, গোন্ধ আছে, ফুল ৭/১০ দিন নমৰাকৈ থাকে। প্ৰতিপালন কৰা অতি সহজ।

## ডেন্দ্ৰবিয়াম ফৰ্মোচাম ঃ

ডাঙৰ বগা ফুলৰ এই বিধ অৰ্কিড নামনি পাহাৰত সহজে দেখা পোৱা যায়। গছজোপাৰ গাত ক'লা ৰঙৰ নোম আছে। ফুলৰ মাজলৈ হালধীয়া বোলোৱা। বসন্ত কালত ফুলে। প্ৰতি-পালন সহজ।

## ডেম্প্ৰবিয়াম এগ্ৰিগেটাম ঃ

গছৰ গাতে চেপেটাহৈ লাগি থকা এইবিধ অৰ্কিডৰ আন সদৃশ অংশ ১০ চেণ্টিমিটাৰ মান ডাঙৰ আৰু মূৰলৈ ডাঠ পাত থাকে। ফুল অকলশৰীয়াকৈ ফুলে। সোণ বৰণীয়া মাজটো

বেছি উজ্বল বৰণৰ। অসমৰ প্ৰায়বোৰ হাবিতেই পোৱা যায়। ফুলাৰ বতৰ বসন্ত কাল—ফুল ৬/৭ দিন থাকে। প্ৰতিপালন সহজ।

## প্ৰিয়নী প্ৰিকক্‌চ ঃ

ওখ পাহাৰৰ (১২.০০-১৬০০ মিঃ) এবিধ আটক ধুনীয়া অৰ্কিড। সৰু সৰু চেপেটা মুৰলৈ জোঙা আলুৰ দৰে হয়। বসন্ত কালত নতুন পাত মেলে আৰু গছ ১৫ চেণ্টিমিটাৰমান ওখ হয়। জাৰ পৰিলেই পাতবোৰ সৰি অকল আলুটোহে থাকে। কাতি-আঘোণত ফুলে এটা বা দুটাকৈ হয়। বেঙুনীয়া ৰঙৰ মাজলৈ বগা বা হালধীয়া ফুলৰ মুখ নোমাল। ৫/৬ দিন স্থায়ী। গৰম ঠাইত কৰা টান।

## ফেলানপচিচ্‌ মেনাই ঃ

গছৰ গঠন ভেন্দা বা এৰিদিচৰ দৰে হলেও পাতবোৰ বহল। ফুল হালধীয়া আৰু পাহি'বাৰও ৰঙা মুগা বৰণৰ দাগ কটা। ফুলৰ থোপা পাতল। সাধাৰণতে বহাগ-জেঠত ফুলে। গৰম ঠাইত সহজে হয়।

## ভেন্দা চেৰুনিয়া

নীলা ভেন্দা এই অঞ্চলৰ এবিধ প্ৰখ্যাত আৰু আটকধুনীয়া অৰ্কিড। ডাঠ ডাঠ পাতৰ ওখ ডাঙৰ এইবিধ গছ অসমৰ দাঁতিকাষৰীয়া ৰাজ্য মেঘালয়ৰ পাহাৰী অঞ্চলত (১০০০-১৩০০ মিঃ) পোৱা যায়। কাতি আঘোণ মাহত ডাঙৰ এটাকৈ থোপা নীলা ৰঙৰ ফুল ধৰে। ফুল কেইবামাহো ভালে থাকে। ছাঁ সেমেকা ঠাইত বান্ধি ভেঁয়ামতো খেতি কৰিব পাৰি। টান ৰ'দ শুকান বতাহে ইয়াৰ ক্ষতি কৰে।



## পেফিয়পেডিলাম ভেনুষ্টাম ঃ

পাহাৰী অঞ্চলৰ মাটিত হোৱা এইবিধ অৰ্কিডৰ পাত পখৰা চিতৰা। সেমেকা ববকৈ ৰ'দ নপৰা ঠাইত ভাল হয়। আঘোণ মাহত ফুলে— ফুল অকলশৰীয়া, পাতল সেউজীয়া বৰণৰ বা অৰূপ বেঙুনী আভাৰ সেউজী ৰঙৰ। ওপৰৰ পাহিটো আচপৰা, তলৰ পাহি জোতা এপাতৰ দৰে। ফুল বহুদিন স্থায়ী। গৰম ঠাইত পোৱা টান।

## ডেন্দ্ৰবিয়াম ডেন্সিফ্লাৰাম ঃ

(আনাৰসফুলীয়া কপৌ) এইবিধ অৰ্কিড প্ৰায় দেখিবলৈ নোহোৱা হৈ আহিছে। ইয়াৰ গছডাল চাৰিসিৰীয়া। ৪/৫ খিলা ডাঠ পাত আগত থুপ খাই থাকে। গছ এহাতমান ওখ হয়। গছ ডালে প্ৰতি এজোপা বা দুজোপা হালধীয়া ৰঙৰ ফুল হয়। ফুল থোপা আনাৰসটোৰ আকৃতিৰ। খুব ঠাণ্ডা বা খুব গৰম ঠাই নহলে সহজে ঘৰত কৰিব পাৰি। চ'তৰ পৰা জেঠ মাহৰ ভিতৰত ফুল হয় আৰু ৭/৮ দিন ভালে থাকে।

## ডেন্দ্ৰবিয়াম মস্কাটাম ঃ

গোটেই অঞ্চলতে সহজে হোৱা এবিধ অৰ্কিড। গছ ডাঙৰ ১'৫/২ মিটাৰ মানলৈ ওখ হয়। জাৰৰ দিনত পাত সৰি যায় আৰু বসন্তৰ লগে লগে নতুন পোখা ওলায়। দুবছৰীয়া (কেতিয়াবা তিনি বছৰীয়া) পাত নোহোৱা গছৰ মুৰত ৬/৭ টাৰ পৰা ১৫/১৬ টা ফুলৰ ওলমি থকা থোপা এটা হয়। ফুলবোৰ সোণবৰণীয়া, ডাঙৰ। ৭ দিনমান ভালে থাকে। অতি সহজে কৰিব পাৰি।

## চিম্বিডিয়াম এলিগেন্স ঃ

ইকৰা পাতৰ দৰে দীঘল পাতেৰে এইবিধ অৰ্কিড উত্তৰ পূৰ্বাঞ্চলৰ পাহাৰত হোৱা এবিধ ধুনীয়া অৰ্কিড। কাতি আঘোণত ওলমি পৰা পাচলিৰ দৰে ফুলেৰে ভৰা একোথোপা ফুল হয়। ফুলৰ ৰং খেৰবৰণীয়া, ২-৩ মাহ ভালে থাকে।

## ডেণ্ড্ৰবিয়াম বাৰ্ডিয়ানাম ঃ

বিশেষকৈ অৰুণাচলৰ নামনিত পোৱা এবিধ মনোমোহা অৰ্কিড গছ প্ৰায় ডেণ্ড্ৰবিয়াম নবিলিৰ দৰে। গছৰ গাঁঠিত এটা বা দুটাকৈ ডাঙৰ (৭-৮ চেঃ মিঃ) ফুল হয়। ফুল পাতল গুলপীয়া পাহিৰ মূৰলৈ ৰঙা বোলোৱা। মাজটো উজ্বল হালধীয়াৰ মাজত দুটা ক'লা বেঙুনীয়া দাগেৰে বোলোৱা। কাতি-আঘোণত ফুলে। প্ৰতিপালন কৰা অলপ টান।

## ফায়াচ মিচমেন্সিচ্ ঃ

পাহাৰৰ নামনিৰ সেমেকা মাটিত হোৱা এইবিধ অৰ্কিড অসম আৰু মেঘালয়ত সহজে দেখা যায়। গছ ১/১.৫ মিটাৰ ওখ মঙহাল। আগলৈ ৪-৬ খিলা হালধিৰ দৰে পাত হয়। গাঁঠিৰ পৰা ফুলৰ থোপা ওলায়। ৰং সাধাৰণতে গুলপীয়া থোপাটোত ৫-৬ টা ফুল হয়। কাতি-আঘোণত ফুলে। ফুল ১০ দিনমান থাকে। প্ৰতিপালন সহজ।

## ডেণ্ড্ৰবিয়াম নবিলি ঃ

নামনি পাহাৰৰ এবিধ মনোমোহা অৰ্কিড। অলপ চেপেটা দীঘল গছডালৰ গাঁঠিয়ে গাঁঠিয়ে এটা বা দুটাকৈ পাতল গুলপীয়া ৰঙৰ ফুল হয়। পাহিৰ আগবোৰত ৰঙা ৰঙ বোলোৱা। ফুলৰ মাজ ভাগত দুটা কাঢ়া বেঙুনীয়া চেকা থাকে। ফুল ৭-১০ দিন ভালে থাকে। ভৈয়ামতো কৰ পাৰি।



## পেফিয়পেডিলাম স্পাইচেৰিনাম ঃ

'জোতা' অৰ্কিডৰ আৰু এবিধ। খাছিয়া পাহাৰৰ নামনিত সাধাৰণতে পোৱা হয়। গছ অন্য বিধতকৈ অলপ সৰু। ফুলৰ তলৰ পাহিটো বগা, মাজৰে সিৰ কটা। জাৰকালি ফুলে। ফুল ৩।৪ মাহ ভালে থাকে। টান ৰ'দ বা শুকান বতাহ সহিব নোৱাৰে।

## কেনাৰ্ঠি মাচুকা ঃ

গছ দেখাত হালধি গছৰ দৰে। ৬০।৭০ চেণ্টিমিটাৰ ওখ হয়। পাতৰ মাজৰ পৰা ফুলৰ থোক ওলায়। ফুলৰ ৰঙ কজলা-বেঙুনীয়া ৰজনীগন্ধা ফুলৰ দৰে তলফালৰ পৰা ফুলি যায়। ফুলৰ বতৰ কাতি-আঘোণ; দুমাহমান ফুলে। সহজে কৰ পাৰি।

## কেনাৰ্ঠী পেণ্টাজিনা ঃ

দেখাত গছজোপা কেঃ মাচুকাৰ দৰেই কিন্তু আকৃতিত সৰু। ৩০-৪০ চেণ্টিমিটাৰ ওখ হয়। ফুলৰ ঠাৰিত পাতলৈকে ফুল সজোৱা। ৰঙ পাতল কলপতীয়া বা পাতল হালধীয়া। বসন্ত কালত ফুল ফুলে। ১০ দিনমান থাকে। ফুলা গছজোপা জাৰকালি মৰি যায়—বসন্তৰ লগে লগে নতুন গছ ওলায়।

## ডেণ্ড্ৰবিয়াম ক্ৰাইচটক্সাম ঃ

(সোণালী কপৌফুল) গঠনত ডেঃ ডেন্সিফ্লোৰামৰ দৰে হলেও গছৰ মাজ ডোখৰ শকত কলটোৰ দৰে আকৃতিৰ দুয়োমূৰ জোঙা। ফুল সোণালী ৰঙৰ, মাজ অংশ অতি ডাঠ সোণালী। প্ৰকৃততে মানদেশীয় অৰ্কিড হলেও মণিপুৰ, অৰুণাচল, মিজোৰাম নগা পাহাৰত পোৱা যায়। ফুলৰ বতৰ বসন্তকাল। অলপ ঠাণ্ডা ঠাইত সহজে হয়।

## চিম্বিডিযাম জাইগেণ্টম ঃ

গছৰ ফেৰেঙনিত বা মাটিত হোৱা এইজাত অৰ্কিড পাহাৰী ঠাইত দেখা যায়। পাতবোৰ ইকৰা পাতৰ দৰে দীঘল, ডাঠ আৰু চকচকীয়া। তলত এটা দুয়োমূৰ জোঙা আলুৰ দৰে হয়। প্ৰায় শিপাবোৰ ওপৰলৈ ওলাই আছে। জাৰ পৰাৰ লগে লগে আলুৰ কাষৰ পৰা একো থোক ফুল যেনে—ঠাৰিডালত দুশাৰীকৈ ফুলা ডাঙৰ, ডাঠ, ৰঙা-মুগা বৰণীয়া মাজভাগ আৰু সেউজীয়া বং বোলোৱা পাহিৰ এই ফুলবোৰ ২।৩ মাহলৈ থাকে। প্ৰতিপালন কৰা সহজ।

## ৰিঙ্কষ্টাইলিচ ৰেটুচা ঃ

অসমৰ মৰমৰ কপৌ ফুল। প্ৰায় গোটেই অসমতে পোৱা যায়। পাতল শুলপীয়াৰ ওপৰত মাজে মাজে ৰঙচুৱা ৰঙ বোলোৱা—ডাঠকৈ গোঁঠা মালা এডালৰ দৰে ওলমি থকা। ইয়াৰ ফুল সাধাৰণতে বসন্ত কালতহে ফুলে। গৰম ৰ'দ-ঘাই ঠাইত হোৱা গছত শীতৰ শেষতে ফুল মেলে। ফুল ৮-১০ দিনলৈ থাকে। ৰুবলৈ সহজ।

## ফায়াচ টেঙ্কাৰভিলি ঃ

ভৈয়ামত সহজে হোৱা এবিধ ধুনীয়া অৰ্কিড। গছজোপা হালধি গছৰ দৰে মাটিত হয়। ফুলৰ থোক ১ মিটাৰ বা আৰু বেছি ওখ হয়। ৮-১০ টাৰ পৰা ১৫-১৬ টালৈ ফুল হয়। ৰঙা-মুগা বৰণৰ তলৰ পাহিকেইটাৰ কাষটোত ৰূপালী বং বোলোৱা—মাজৰ পাহিটোৰ আগডোখৰ বগা ভিতৰলৈ হালধীয়া বা গোলাপী বোলোৱা। মাঘৰ পৰা বহাগলৈ ফুল হয়। ফুল বহুদিনলৈ ৰয়। প্ৰতিপালন সহজ।



## ঠুনীয়া মাৰ্ছেলীয়ানা

মানদেশীয় এইবিধ অৰ্কিড এই অঞ্চলৰ পাহাৰতো পোৱা যায়। মাটি বা শিলৰ গাত বা গছৰ ফেৰেঙনিত হয়। পাতল সেউজীয়া ৰঙৰ গছজোপা কিছু পৰিমাণে আদা গছৰ দৰে। জেঠ-আষাৰ মাহত মূৰত এথোপা বগা ফুল ফুলে। ফুলবোৰ ডাঙৰ, সাজৰ পাহিবোৰ ভিতৰলৈ হালধীয়া বা পাতল মুগা বৰণীয়া। ফুল বহুত দিনলৈ থাকে। জাৰকালি পাত সৰি যায় আৰু বৰষুণৰ লগে লগে নতুন গজালি ওলায়। ৰুবলৈ সহজ।

## পেফিয়পেডিলাম ইন্‌চিগ্নি ঃ

এই অঞ্চলৰ আৰু এবিধ 'জোতা' অৰ্কিড। ফুলৰ তলৰ অংশটো জোতা পাটৰ দৰে হয় বাবে ইয়াৰ এনে নাম। ওখ পাহাৰী ঠাইত সহজে হয়। টান ৰ'দ বা খুব গৰম সহিব নোৱাৰে, মাটি বা শিলৰ গাত হয়—পাতবোৰ দীঘল, পাতল কলপতীয়া ৰঙৰ। ফুলৰ ওপৰ পাহি বহল ফুটফুটীয়া কাষলৈ বগা ৰঙৰ। ফুল ৩।৪ মাহ ভালে থাকে।

—০—

# পখী পৰিচয়

আমাৰ অসমখন হাবি-জঙ্গলেৰেই ভৰা। নদ-নদী, খাল-বিল, পৰ্বত-পাহাৰত নানাবিধ মূল্যবান গছ-গছনি, জীৱ-জন্তু, চৰাই-চিৰিকটি, কীট-পতঙ্গ, পখিলা-ভোমোৰা আছে। বৰ লুইতৰ বৰ বৰ বালিচৰত জলচৰ পখীয়ে কলৰৱ কৰি থাকে। এই লুইত হ'ল অসমৰ সাগৰ। পৰ্বতৰ পৰা বৈ অহা জান-জুৰি নৈৰ পানী এই সাগৰ-সদৃশ লুইতত জাহ যায়। এই নদীবোৰত মাছ, কাছ, ঘঁৰিয়াল, শিহু আদি জলচৰ জীৱ থাকে। আজি-কালি সকলো বস্তু কমি অহাৰ দৰে আগৰ দিনত এইবোৰত ভৰি থকা মাছ-কাছ-দুৰা কমি আহিছে। ইয়াৰ প্ৰধান কাৰণ হ'ল মানুহৰ সংখ্যা বৃদ্ধি। কেৱল নৈ-বিলত মাছ-কাছ আদিয়েই যে নাইকিয়া হৈ যাবলৈ ধৰিছে এনে নহয়, আমাৰ পৰ্বত-পাহাৰত বাস কৰা ডাঙৰ ডাঙৰ জন্তু যেনে, হাতী, গঁড়, ম'হ, মেঠোন, বাঘ, ভালুক, হৰিণ আদিও ধীৰে ধীৰে কমি আহিছে। এতিয়া সন্দেহ হৈছে যে, কেতিয়াবা আজিকালি দেখা পোৱা বন্যপ্ৰাণী বোৰো লুপ্ত হৈ যাব!

সাধাৰণতে প্ৰথমতে আমাৰ চকুত পৰে গছ-গছনি আৰু ইয়াত আনন্দ মনে চৰি ফুৰা চৰাই-চিৰিকটি, নৈ, বিল, খাল। আমাৰ গাওঁ অঞ্চলৰ ওচৰত থকা হাবি-জঙ্গলত কত ৰকমৰ যে চৰাই–চিৰকটি থাকে, আমি ভালকৈ নেজানো। প্ৰকৃতিৰ ৰঙ্গভূমি পৰ্বত-ভৈয়ামত এই অকণি অকণি প্ৰাণীবোৰে প্ৰফুল্লচিত্তে গান গাই, সুহুৰিয়াই, নিজৰ নিজৰ আহাৰ বিচাৰি ঘূৰি ফুৰে। এই চৰাই কিছুমানে পানীত সাঁতুৰি-নাদুৰি ফুৰে, কিছুমানে পানী আৰু বামত জী থাকে। জলচৰেই হওক বা স্থলচৰেই হওক, এই পখীয়ে জীয়াই থকাৰ কাৰণে মাছ, মাংস, পোক-পৰুৱা, মৌ আদি খায়। তাৰে কিছুমান হিংসাকুৰীয়া। এই হিংসাকুৰীয়া চৰায়ে



চৰাই ধৰি খায়, কণী খায়, মৰা শ খায়, গেলা-পচা যি পায় তাকেই খায়। এনেদৰে যদিও ইহঁতে খাই ফুৰে, আনহাতে দুৰ্গন্ধময় আৱৰ্জনা আদি নিঃশেষ কৰি মানৱ সমাজক সহায়হে কৰে।

চৰাইৰ আকাৰ অনুসৰি প্ৰকৃতিয়ে অঙ্গ-প্ৰত্যঙ্গ সৃজন কৰিছে। যিবোৰ চৰায়ে চিকাৰ কৰি পেট প্ৰৱৰ্তায়, সিহঁতৰ ঠেংৰ আঙুলিৰ নখ আঁকোৰা আৰু চোকা। তেনেদৰে ঠোঁট টান আৰু ধাৰ থকা। গতিকেই চিকাৰ ধৰিলে সহজতে এৰাই যাব নোৱাৰে। কিছুমানে গছৰ ডালত বহি জিৰণি লয় আৰু সেয়েহে সিহঁতৰ ঠেংৰ আঙুলি কিছু দীঘল আৰু ঘপকৈ ধৰিব পৰা ক্ষমতা থাকে। কিছুমান চৰাইৰ ঠোঁট দীঘল আৰু কিছুমানৰ চুটি। মৌ বিচাৰি খোৱা চৰাইৰ ঠোঁট সৰু আৰু দীঘলীয়া। টোকোৰা চৰাইৰ ঠোঁট সৰু আৰু টান যাতে ধান, মাহ আদি গুৰি কৰি খাব পাৰে। কিছুমানৰ আকৌ বহল। কাৰণ এই চৰাইবোৰে পানীত বোকাৰ মাজত মাছ, কেঁকোৰা বিচাৰি খায়। উদাহৰণ স্বৰূপে হাঁহৰ নামেই উল্লেখ কৰিব পাৰি। কিছুমান চৰাইৰ ঠেংত বঠাৰ দৰে বহল পতা থাকে। এইবোৰেই হ'ল জলচৰ পখী। ঠেংৰ পতা থকাৰ বাবে এই জলচৰ পখীয়ে নৈ, বিলৰ পানীত ভাহি সাঁতুৰি ফুৰিব পাৰে। গতিকেই চৰাইৰ ঠোঁট, ঠেংৰ গঠন, গাৰ আকৃতি আৰু খাদ্যৰ ভিত্তিত ইহঁতৰ স্বভাৱ সহজতে জানিব পাৰি। এই বাবে পখীক কেইবাটাও ভাগত ভগাব পাৰি যেনে, জলচৰ, নভচৰ, উভয়চৰ, স্থলচৰ ইত্যাদি। ইয়াৰ ভিতৰতো কেইবাটাও শ্ৰেণী আছে। জলচৰ ঘৰচীয়া পখী, স্থলচৰ বনৰীয়া পখী। খাদ্যৰ ভিতৰত ভিত্তি কৰি চৰাই-চিৰিকটি এনেকি সকলো শ্ৰেণীৰ স্বভাৱ জানিব পাৰি। যিবোৰে মঙহ খায়, সেইবোৰৰ স্বভাৱ উগ্ৰ আৰু সিহঁত শক্তিশালী। যিবোৰে পোক-পৰুৱা, ফুলৰ মৌ বিচাৰি

ফুৰে, সিহঁতৰ আকৃতি হয় সৰু আৰু স্বভাৱো নিৰ্জু। এইজাত চৰায়েই চিকাৰী চৰাইৰ হাতত মৰা পৰে আৰু সিহঁতৰ আহাৰ হয়। প্ৰকৃতিয়ে কিন্তু প্ৰকৃতিৰ ৰাজ্যত নিজৰ জীৱন ৰক্ষাৰ বাবে এই জীৱবোৰক বেলেগ বেলেগ উপায় দিছে। কোনো-টোক দিছে ক্ষিপ্ৰ গতিত উৰি যোৱাৰ শক্তি. কোনোটোক দিছে অতৰ্কিতে ঘাঁহ-বনত লুকাই থকাৰ বুধি। এই কাৰণেই হিংসুক চৰাইবোৰে এই নিৰ্জু জাতক মাৰি খাই অন্ত কৰিব পৰা নাই। এটা কথা স্বীকাৰ কৰিবই লাগিব, এনে হিংসাকুৰীয়া চৰাইৰ সংখ্যা তাকৰ। আনজাতৰ সংখ্যা অধিক আৰু বেছিকৈ কণী পাৰি বংশ বৃদ্ধি কৰাতো নিপুণ। সেয়েহে অতদিনে চিকাৰী পক্ষীৰ অত্যাচাৰতো ইহঁতৰ বংশ লোপ হোৱা নাই।

আমাৰ পৰ্ব্বত-ভৈয়ামত অলেখ চৰাই-চিৰিকটি বাস কৰে। তাৰে কিছুমানে সময়ে সময়ে ইঠাইৰ পৰা সিঠাইলৈ খাদ্য অন্বেষণত ঘূৰি ফুৰে। কেতিয়াবা সচৰাচৰ দেখা চৰাই কিছুদিনৰ বাবে আমাৰ চকুত নপৰে। কোনো এটা নিৰ্দ্দিষ্ট সময় পাৰ হলে সিহঁতে পুনঃ আহি দেখা দিয়ে। এনে চৰাইৰ জাক আমাৰ ৰাজ্য বা দেশতেই যে ভ্ৰমণ কৰি ফুৰে এনে নহয়, দূৰ দেশ-বিদেশৰ পৰাও ইহঁতে এনেভাৱে ঋতু পৰিবৰ্ত্তনৰ লগে লগে ভ্ৰমণ কৰি ফুৰে। এই চৰাইবোৰে দেশ-দেশান্তৰৰ পৰ্ব্বত-পাহাৰ, সাগৰ-মহাসাগৰ পাৰ হৈ নিৰ্দ্দিষ্ট স্থানত উপস্থিত হৈ কিছুদিন অতিবাহিত কৰাৰ শেষত আকৌ নিজৰ দেশলৈ উভতি যায়গৈ। এই চৰাইবোৰে কেৱল নিজৰ অকণি অকণি ডেউকা দুখনিৰ ওপৰত নিৰ্ভৰ কৰিয়েই স্বাভাৱিক জ্ঞানেৰে ঘূৰি ফুৰে। ঈশ্বৰে এনে জ্ঞান নিদিয়াহেঁতেন, আমাৰ এই চিৰসহচৰ পক্ষীকুলে এক ঠাইতেই থাকি আন ঠাইৰ একো আওভাও নেজানিলেহেঁতেন। ভগৱানৰ যে কি উদ্দেশ্য আমি মানুহে বুজিব নোৱাৰো।



বিভিন্ন জাতৰ চৰাই বিশ্ববিখ্যাত কাজিৰঙা, মানাহ, পবিতৰা গৰমপানী, লাওখোৱা অভয়াৰণ্যৰ বাহিৰেও ৰাজ্যৰ বহু সংৰক্ষিত অঞ্চলত কম-বেছি হিচাপে বসবাস কৰে। ইয়াত বাস কৰা অলেখ চৰায়ে নৈ-বিলত বিবিধ বনৰীয়া হাঁহ, শৰালি, ভেলা, পানী কাউৰী, কটুৰা, বগলী আদিয়ে কলৰৱ কৰি ঘূৰি ফুৰে। গছৰ ডালত ময়ূৰে পেখম ধৰে, ধনেশ পখীয়ে উৰোতে গছ গছনিক পাখি-বিচনীৰ বা দিয়ে, হেতলুকা-ফেচুলুকাই উকলি দিয়ে। এই অৰণ্য ৰাজ্যত ৰাতিপুৱাৰ পৰা গধূলিলৈ আনন্দৰ জোৱাৰত প্ৰকৃতিৰ টোপনি ভাগে। এনেকি গভীৰ ৰাতিও কোনো জন্তুৱে কালি ৰজায়, কোনোৱে পেঁপা বজায় আৰু কোনোৱে দীঘলীয়া ৰাগিনী টানে। জোনাকী পৰুৱাই পোহৰ বিলায়, জোনটিয়ে মিচিকিয়াই হাঁহে। দিনৰ পোহৰত পখি-লাই জাকি মাৰি মাৰি সূৰ্য্য দেৱতাক প্ৰণাম জনায়!

এই চৰাইবোৰে দেশে বিদেশে আকাশত ঘূৰি ফুৰে; ইহঁতৰ ডেউকা দুখনিৰ ওপৰতেই নিৰ্ভৰ কৰে। তদুপৰিও আছে ফিচাৰ পাখি যি পাখিয়ে উৰোতে পানীত নাও বাই থকা ভৰিয়ে বঠাৰ দৰে কাম কৰে। চৰাইৰ ডেউকাৰ গঠন অকল শৰীৰৰ আকাৰ অনুপাতেই দীঘল বা চুটি নহয়, ইহঁতৰ ব্যৱহাৰ আৰু কোনে-কুৱা অঞ্চল বা কামৰ বাবে ব্যৱহাৰ কৰা হয় তাৰ ওপৰত নিৰ্ভৰ কৰিও দীঘল চুটি হয়। চৰাইৰ গাত কোমল, অসংখ্য অকণি একণি পাখি থাকে। ডেউকা কিন্তু ডাঠ পাখিৰে ঢাক খোৱা। প্ৰকৃতিয়ে ইহঁতক এনেভাৱে সৃজন নকৰাহেঁতেন, চৰায়ে এনেদৰে কেতিয়াও উৰিব নোৱাৰিলেহেঁতেন। চৰাইৰ হাড় ফোঁপোলা। সেয়েহে ইহঁতে অনায়াসে আকাশত উৰি ফুৰি ইখন ৰাজ্যৰ পৰা সিখন ৰাজ্যলৈ, ইখন দেশৰ পৰা সিখন দেশলৈ গৈ ঘূৰি ফুৰে। উৰি যাওঁতে ইহঁতক ফিচাই সমতা ৰক্ষা কৰি নিৰ্দ্দিষ্ট ঠাইলৈ গতি কৰাত সহায় কৰে। ফিচাত

দীঘল দীঘল পাখি থাকে । এই ফিচাৰ আকৃতি চৰাইৰ গাৰ গঢ় অনুপাতে ভিন্ ভিন্ । কিছুমানৰ বিচনীৰ দৰে আকৃতি। কিছুমানৰ আগটো জোঙা, কিছুমানৰ থোপোচা । ফিচাৰ আকৃতি প্ৰকৃতিৰ পৰা চৰাইৰ গতিবেগ জানিব পাৰি । শগুণৰ ফিচাৰ লগত টুনি চৰাইৰ ফিচা নিমিলে ; যেনেকৈ নিমিলে ভাটৌ আৰু মইনা চৰাইৰ ফিচা । অকল এয়েই নহয়, উদাহৰণ স্বৰূপে উল্লেখ কৰিব পাৰি যে, পৃথিবীৰ মানুহ জাতি সকলো ঠাইতেই আকৃতি-প্ৰকৃতিত প্ৰায় একে হলেও আচাৰ বিচাৰ, ভাষা, পোছাক পৰিচ্ছদ বেলেগ । ঠিক তেনেদৰে চৰাইৰ মাজতো বিভিন্নতা আছে । চৰাই সাধাৰণতে আমিষভোজী অৰ্থাৎ পোক-পৰুৱা, কীট পতংগ খাই জীৱন প্ৰবৰ্তন কৰে । কিছুমানে আকৌ নিজৰ জাতৰ বা অইন জাতৰ চৰাইৰ দেহ ভক্ষণ কৰি জীয়াই থাকে । পৃথিৱীত চৰাইৰ কিমান জাত আছে আজিলৈ কোনেও নিশ্চিতভাৱে কব নোৱাৰে । কত যে আকৃতি-প্ৰকৃতিৰ চৰাই চিৰিকটি আছে তাৰ লেখ লৈ অন্ত কৰিব নোৱাৰি । বুঢ়া আঙুলিটোতকৈও সৰু চৰাইৰ পৰা বৃহৎ আকৃতিৰ উট পখীও আছে । আকৃতি প্ৰকৃতি যিয়েই নহওক চৰাইৰ এটা কথা হলে সম্পূৰ্ণ মিল আছে । সেইটো হৈছে চৰাই উৰিব পাৰে । অৱশ্যে উৰিব নোৱাৰা চৰাই পৃথিৱীত বহু আছে । যেনে উট চৰাই, ৰিয়া, এমু, কিউৱি, পেংগুইন ইত্যাদি । ইয়াৰে কেইবা জাতৰ পখীৰ অৱলুপ্তি ঘটিছে । দুই, কণী পাৰি উমনি দি পোৱালি জগায় আৰু চৰাইৰ তিনি, সৰ্বাঙ্গ ঢাকি পাখি থাকে । প্ৰত্যেক জাতৰ চৰায়ে প্ৰকৃতিয়ে দিয়া জ্ঞানৰ পোহৰত নিজৰ জাতৰ চৰাই চিনি উলিয়াই একে লগে বসবাস কৰিব পাৰে । চৰাই মানুহৰ নিচিনা সামাজিক জীৱ । সমাজপাতি অৰ্থাৎ জাক পাতি ঘূৰি ফুৰে । চৰি ফুৰে। এনে কৰাত সম্ভৱ ইহঁতৰ মনৰ পৰা ভয়-সংশয়



দূৰীভূত হয়। আমাৰ মাজৰ কিছুমান পক্ষীবিদে চৰাইৰ আকৃতি-প্ৰকৃতি, ঠোঁটৰ গঠন, ডেউকাৰ গঢ়, ডেউকা আদি নিৰীক্ষণ কৰি, অধ্যয়ন কৰি, চৰাইক কেইবাটাও শ্ৰেণীত বিভক্ত কৰিছে ।

## (১) ঠোঁট

মানুহৰ হাত-ভৰি আছে, বুদ্ধি আছে, গতিকেই আমি জীয়াই থকাৰ বাবে আহাৰ সংগ্ৰহ কৰিব পাৰোঁ। আৰু সংগ্ৰহৰ কাৰণে নানান সঁজুলি তৈয়াৰ কৰি লব পাৰো কিন্তু চৰাইৰ হাত নাই। সেয়েহে প্ৰকৃতিয়ে পৃথিৱীত জীয়াই থকাৰ আহিলা স্বৰূপে ইহঁতৰ ঠোঁট সৃজন কৰিছে। এই ঠোঁটেৰে ইহঁতে নিজৰ অভিৰুচি অনুযায়ী খাদ্য সংগ্ৰহ কৰি খায়। ঠোঁট দেখিলেই কোন জাতৰ চৰাই সহজতে চিনাক্ত কৰিব পাৰি। এই ঠোঁট এই ধৰণৰ :

১। কাটিব পৰা ঠোঁট যেনে, কাউৰীৰ।

২। মঙহ ফালিব আৰু টুকুৰা কৰিব পৰা ঠোঁট যেনে, চিলনীৰ।

৩) গছৰ গুটি ভাঙিব পৰা শক্তিশালী ঠোঁট যেনে, ঘৰচিৰিকাৰ।

৪। ফুলৰ মৌ-কোহ বিচৰা লেহুকা সৰু সৰু ঠোঁট যেনে, মৌপিয়া চৰাই।

৫। কাঠ চাঁচিব পৰা বা ফুটাব পৰা শক্তি থকা ঠোঁট যেনে, বাঢ়ৈটোকা।

৬। বোকা ঘুকুটিব পৰা ঠোঁট যেনে, হাঁহৰ।

৭। কৰতৰ দৰে ধাৰ থকা অথচ চেপি ৰাখিব পৰা শক্তি থকা ঠোঁট যেনে, পানী-কাউৰী।

এই ঠোঁটেই চৰাইৰ মুখ। নিজৰ খাদ্য সামগ্ৰী ঠোঁটেৰে গোটাই লৈ আহাৰ খাই এই পক্ষীকুল জীয়াই থাকে। ঠোঁটৰ

নিজা নিজা গুণৰ উপৰিও, চৰাই ভেদে ঠোঁটৰ আকৃতিও বেলেগ। উদাহৰণ স্বৰূপে উল্লেখ কৰিব পাৰি যে, ধনেশ পখীৰ ঠোঁট ডাঙৰ। আকৌ টুনি- চৰাইৰ ঠোঁট সৰু। চৰাইৰ গাৰ আকৃতি অনুপাতে আৰু খাদ্যৰ অভিৰুচি অনুযায়ী ঠোঁটৰ আকৃতিও ভিন্ন ভিন্ন। গছ-বিৰিখৰ ফুল-ফল, মানুহৰ খেতি পথাৰৰ শস্য, কীট-পতংগ আদি যদিও কিছুমান চৰাইৰ খাদ্য, শগুণ, কাউৰী আদি হিংসুক চৰায়ে কিন্তু মৰা শ, গেলা পঁচা বস্তু খাই জীয়াই থাকে। মাংস খোৱা সুবিধাৰ বাবে শগুণৰ ঠোঁট আঁকোৰা আৰু টান। এই কাৰণে গৰু ম'হ আদি মৰা শৰ টান ছালো এই ঠোঁটেৰে টানি-আজুৰি, ভাঙি-চিৰি খাব পাৰে। তেনেদৰে কাউৰীবো।

## (২) ঠেঙৰ পতা আৰু আঙুলি

কেৱল ঠোঁটটোৰেই পখীৰ প্ৰকৃত জাত বিচাৰ কৰিব নোৱাৰি। ঠেং আৰু ঠেঙৰ পতাইও কোন জাত পখী কোন ঠাইত বিচৰণ কৰিব পাৰে তাৰ ইঙ্গিত দিয়ে। পানীত বিচৰণ কৰা পখীৰ ঠেঙত পতা থাকে। কাৰণ মাছ-পুঠি বিচাৰি খাওঁতে এনে পখীয়ে পানীত সাতুৰিব পাৰে। গতিকে আঙুলি-বোৰ ডাঠ ছালেৰে এনেভাৱে সংলগ্নিত যে, সাঁতোৰাৰ সময়ত নাৱৰ বঠাৰ দৰে এই ঠেঙে কাম কৰে। খোজকাঢ়ি ফুৰোতে সহজে খোজকাঢ়ি ফুৰিবও পাৰে। আমাৰ ঘৰে ঘৰে চকুৰ আগতে থকা ৰাজহাঁহ পাতিহাঁহৰ ঠেং নিৰীক্ষণ কৰিলেই এই কথাৰ প্ৰমাণ পোৱা যায়। কিছুমান চৰায়ে ঠেঙৰ আঙুলিৰে গছৰ ডালত খামোচ মাৰি ধৰি নপৰাকৈ থাকে। মন কৰিলে দেখা পোৱা যায় যে, কাউৰীয়ে বেৰত অথবা গছৰ ডালত বহোঁতে থাপ্ কৰি ঠেঙৰ আঙুলিৰে খামোচ মাৰি ধৰে। উদাহৰণ স্বৰূপে বাজ-পখীৰ কথাকে উল্লেখ কৰিব পাৰি। এই



বাজপখীয়ে সৰু সৰু চৰাই, নিগনি-এন্দুৰ, ডালশলীয়া আদি প্ৰাণী ধৰি খায়। খাওঁতে ঠেঙেৰে জোৰে হেঁচুকি ধৰি ঠোঁটেৰে কুটি কুটি খায়। আৰু এবিধ চৰাই আছে যি চৰায়ে গছত বগাই উঠিব পাৰে। এই চৰাই জাতৰ নাম বাঢ়ৈটোকা। কিছুমান চৰাইৰ ঠেঙেৰে দৌৰিব পৰা ক্ষমতা আছে। কিছুমানৰ সাবট মাৰি ধৰি বহিব পৰা ঠেঙো আছে। কেতবোৰ চৰাই আছে যিচৰায়ে অনায়াসে পানীত থকা পদুম ভেট, কচু আদি বহল পাতৰ ওপৰেৰে বেগাই খোজ কাঢ়ি যাব পাৰে। চৰায়ে নিজৰ ইচ্ছা অনুসৰি ইচ্ছামতে লৰচৰ কৰিব পাৰে আৰু সেয়েহে উৰাৰ সময়ত ঠেংবোৰ কোঁচোৱাৰ লগতে আঙুলিবোৰো জাপ খুৱাই উৰিব পাৰে। এনে কৰাত চৰাইৰ কোনো অসুবিধা নহয়। আকাশেৰে জাক জাক বগলী উৰি যাওঁতে পিছফালে ঠেংবোৰ চপাই উৰি যায়। ক'ৰবাত বহিবলগীয়া হ'লে ঠেং মেলি আঙুলিৰে গছৰ ডালত খামুচ মাৰি ধৰিব পাৰে।

## (৩) খাদ্য

জীয়াই থাকিবলৈ সকলো প্ৰাণীকেই খাদ্যৰ আৱশ্যক। আহাৰ গ্ৰহণ নকৰিলে কোনো প্ৰাণীয়েই জীয়াই থকাটো সম্ভৱ নহয়। মানুহে যেনেকৈ বুদ্ধিৰে খাদ্য তৈয়াৰ কৰি জুতি লগাই খাব পাৰে, পৃথিবীৰ কোনো প্ৰাণীয়েই তেনেদৰে খাদ্য তৈয়াৰ কৰি খাব নোৱাৰে। আন আন ইতৰ জন্তুবোৰৰ দৰে চৰায়েও নিজৰ শক্তিৰ ওপৰত নিৰ্ভৰ কৰি খাদ্য আহৰণ কৰে। কেতি-য়াবা এনেও হয় নিজৰ বাবে খাদ্য বস্তু আহৰণ কৰিবলৈ যাওঁতে নিজেই কাৰবাৰ আহাৰ হয়। প্ৰকৃতি ৰাজ্যত জীয়াই থকা-টোৱেই আশ্চৰ্য্যৰ বিষয়। চৰায়ে ঘাইকৈ ঠোঁট আৰু ঠেঙেৰে নিজৰ খাদ্য বস্তু আহৰণ কৰে। ডেউকা দুখনে কেৱল আহাৰৰ

অন্বেষণত ইঠাইৰ পৰা সিঠাইলৈ চৰাই দেহক বহন কৰি ফুৰে। পানীত সাঁতুৰিব পৰা জাতৰ নৈৰ বালিচৰলৈ, নৈৰ দাঁতিলৈ, বিল-খাল পুখুৰীৰ পাৰলৈ লৈ যায়। জুপি জুপি বগলীয়ে পাৰত মাছ-পুঠি-শামুক-ভেকুলী বিচাৰি ফুৰা আমি দেখা পাওঁ। এনেদৰে পাখি দুখনিৰে চৰায়ে আহাৰৰ খাতিৰত সূৰ্য্য উদয় হোৱাৰ পৰা অস্ত যোৱালৈকে হাবি-বননিয়ে ঘূৰি ফুৰে। অৱশ্যে কিছুমান পখী নিশাচৰ। উদাহৰণ স্বৰূপে ফেঁচাৰ নাম উল্লেখ কৰিব পাৰি। আৰু এবিধ কণামুচৰি আছে. সিহঁতে দিনত গছৰ ডালত শুই থাকে, ৰাতি হলেহে চিকাৰৰ বাবে বাহিৰ হয়। সঁচা কথা কবলৈ হলে এই জীৱনত, চৰাই চিৰিকটি আৰু মানুহৰ মাজত এই ক্ষেত্ৰত বৰ বেছি প্ৰভেদ নাই। সকলোৱেই যেন একে পথৰ পথিক। পাৰ্থক্য কেৱল আহাৰ গোটোৱাত। খাদ্যৰ অভাৱ হলে আৰু স্থানীয় অঞ্চলত আৱহাওৱাৰ প্ৰতিকূল অৱস্থাত পৰি পক্ষীকূলে সদায় বিচৰণ কৰা এলেকা এৰি অইন ঠাইলৈ জাক পাতি গমন কৰে। এই চৰায়ে সুদূৰ ৰাচিয়া দেশৰ পৰাও আহি আমাৰ ভাৰতৰ নানান ঠাইত খাদ্যৰ তাড়নাত ঘূৰি ফুৰে। চৰায়ে প্ৰাকৃতিক ভৰসাৰে খাদ্যৰ পৰ্যাপ্ততা বুজি পায় আৰু সেই গতিকেই কোনো এটা ঋতুত স্বদেশ অভিমুখে যাত্ৰা কৰে। আমি যিমানে যি নাভাবো কিয়, খাদ্য আৰু আৱহাওৱা প্ৰতিকূল অৱস্থাৰ সাপেক্ষে স্বদেশ পৰিত্যাগ কৰি আমাৰ দেশলৈ সিহঁতৰ আগমন হয়। পুনঃ ঘূৰি যায়গৈ যেতিয়া সেই দেশত খাদ্যৰ উদ্ভৱনদী হয়।

## (৪) চৰাইৰ বাহ

চৰায়ে স্থায়ীভাৱে বসবাস কৰেনে? আমাৰ বোধেৰে চৰায়ে একে ঠাইতেই নিগাজীকৈ বসবাস নকৰে। যেতিয়া যোৰ পতাৰ সময় হয় আৰু কণী পাৰি জগোৱাৰ আৱশ্যক হয়, তেতিয়া সাধাৰণতে মতা-মাইকী উভয়ে বাহ বন্ধাৰ যো-জা কৰে। অইন সময়ত সিহঁতে বাহত এনেয়ে পৰি থাকিলেও সেই বাহ সিহঁতৰ স্থায়ী বাহ বুলি কব নোৱাৰি। চৰায়ে বাৰু ক'ত ক'ত বাহ লয়? আমি সাধাৰণতে ভবা চৰায়ে গছৰ ডালেডালে যে বাহ লয় এনে নহয়, বালিচৰত ঘাঁহ-দলনিৰ মাজত, পানীত ওপঙি থকা পাতৰ ওপৰত, নৈৰ দাঁতিৰ ওখ গৰাৰ সৰু সৰু গাঁতত, গছৰ খোৰোঙত আৰু কোনো কোনো চৰায়ে মাটিত গাত কৰিও বাহ লয়। বাহ যিহেতুকেই নেবান্ধক লাগিলে, বাহ যিঠাইত সজা হয়, সেই ঠাই হব লাগিব নিৰাপদ ঠাই। সহজতে চৰাইৰ শত্ৰু মেকুৰী, সাপ আদিয়ে যাতে সেই বাহৰ কাষ চাপিব নোৱাৰে, এনে চিন্তা কৰিহে চৰায়ে বাহ সাজি কণী পাৰি উমনি লয়। কিন্তু যথেষ্ট সাৱধানতা অৱলম্বন কৰা সত্বেও বহু চৰাইৰ বাহ হিংসুক শত্ৰুৱে আক্ৰমণ কৰি চৰাই পোৱালি বা কণী চুৰি কৰি খায়। তদুপৰি শেনজাতীয় ক্ৰূৰ পখীয়ে নিশকতীয়া চৰাইৰ বাহ বিচাৰি বিচাৰি কণী আৰু পোৱালি খাই পেট প্ৰৱৰ্তন কৰে। বৰ সুখৰ কথা এয়ে যে, এনে শত্ৰুজাতৰ সংখ্যা তাকৰ নোহোৱাহেঁতেন আজিলৈ পৃথিবীৰ বহু সংখ্যক চৰাই নিৰ্বংশ হ'লহেঁতেন। ডাঙৰ ডাঙৰ চৰায়ে যেনে কুকুৰা, শেন, শগুণ আদিয়ে ওখ গছৰ ফেৰেঙনিত গছৰ সৰু সৰু ডাল গোটাই বাহ বান্ধে। শুনামতে যিবছৰত বতাহ-ধুমুহা বেছি হোৱাৰ সম্ভাৱনা থাকে, সেই বছৰত হেনো ডাঙৰ ডাঙৰ গছৰ সুদৃঢ় ফেৰেনিওত ইহঁতে মজবুতকৈ বাহ সাজে। হয়তো এই কথাৰ সত্যতা আছে। কাৰণ স্বাভাৱিক কাৰণবশতঃ চৰায়ে হয়তো এই কথা বুজি ধুমুহাই উৰাই নিব নোৱাৰাকৈ ভালকৈ বাহ বান্ধে। প্ৰধান সঁজুলি গছৰ ডাল হলেও তাৰ ওপৰত কোমল বস্তু যেনে চৰাইৰ পাখি, কপাহ, তুলা, পেলনীয়া কাকত, জাবৰ-জোঁথৰ আদি বাহৰ ওপৰত দিয়ে

যাতে উমনি লওঁতে কণীবোৰত হেচা লাগি নষ্ট নহয়। বাহ সাজোঁতে মতা মাইকী দুয়োৰেই যথেষ্ট কষ্ট কৰে। কিন্তু টোকোৰা চৰাইৰ মতাটোৱেহে বাহ সাজে। পাতসিয়া চৰায়ে গছৰ পাত নি বাহ সাজে, টোকোৰা চৰায়ে তামোল, নাৰিকল গছত টেকেলিৰ আকৃতিৰ গছৰ পাতৰ আঁহেৰে বাহ সাজে। এবিধ বনৰীয়া হাঁহে আৰু ধনেশ পখীয়ে গছৰ খোৰোঙত বাহ লৈ কণী পাৰে। ঘৰচিৰিকা, শালিকা চৰাই আদিয়ে মানুহৰ ঘৰৰ ছালত আৰু অট্টালিকাত বাহ লয়। প্ৰায় সকলো চৰায়ে আমাৰ দেশত বসন্ত কালত বাহ সাজি কণী পাৰে। প্ৰকৃতিয়ে যেতিয়া নতুন গছ-পাতৰ সাজ পিন্ধে, তেতিয়া চৰাই-চিৰিকটিয়ে উৎফুল্ল হৈ যোৰ পাতে, বাহ সাজে, কণী পাৰে আৰু কণীত উমনি দি পোৱালি জগায়। অৱশ্যে সকলো চৰাইয়ে যে এই সময়তেই ঘৰ পাতে এনেও নহয়। ঋতুভেদে কোনো কোনো চৰায়ে বসন্ত কালৰ বাহিৰেও অইন ঋতুতো কণী পাৰে। এনে চৰাইৰ সংখ্যা কম। প্ৰত্যেক জাতৰ চৰায়ে একে ঠাইতেই জাক পাতি বাহ নলয়। মজাৰ কথা, কেতিয়াবা এজোপা গছত নিজৰ জাতৰে এযোৰে বাহ সাজিলে অইন যোৰ আহি জোটা-পোটা কৰি, কাজিয়া কৰি পাৰিলে খেদি দিয়ে। নোৱাৰিলে, দুয়ো যোৰে সমিল-মিল হৈ সেই একে গছতেই বাহ লৈ পোৱালি জগায়। একে জাতৰ, একে গোত্ৰৰ হলেও নিজৰ বুধিৰে বাহ সজা কামত গাইগুটীয়া হৈহে ভাল পায়। পিছে সকলো এনে হিংসাকুৰীয়া নহয়, তথাপিও কাউৰীয়ে, পানী কাউৰীয়ে, বগলীয়ে একে ঠাইতেই লগ হৈ বাহ সাজে। বসন্ত কালত আমি বিভিন্ন চৰাইৰ মাত শুনিবলৈ পাওঁ। আমি আমাৰ ভাষাত গান গোৱা বুলি কওঁ। দৰাচলতে তেনে নহয়। যোৰ পতাৰ সময়ত মতা-মাইকীয়ে নিজৰ সঙ্গী অথবা সঙ্গিনী বিচাৰিহে এনে কৰে। নানান ৰকমৰ সুহুৰি, বিবিধ মাত আদি যোৰ পতা সঙ্গী বা সঙ্গিনীৰ আগজাননীহে। এই সময়ত চৰাইবোৰে তৰনি নোহোৱাকৈ নিজৰ সঙ্গীৰ লগত বাহ সাজে আৰু সময়ত কণী পাৰি মতা মাইকী উভয়ে কণীত উমনি দিয়ে। কিছুমান মাইকী চৰায়ে মতাটোক কণীত উমনি দিবলৈ দি অইন মতা চৰাইৰ লগত যোৰ পাতে। তেনেকৈ কিছুমান মতা চৰায়েও মাইকীজনীক এৰি অইন এজনীৰ লগত ঘৰ পাতে। এনেভাৱে চলা চৰাইৰ জাত নিচেই তাকৰ। কণীত উমনি দি পোৱালি জগাই মতা-মাইকীয়ে পোৱালিক নিজে নিজে খাদ্য কেনেকৈ বিচাৰি খাব লাগে শিকায়।



## (৫) চৰাইৰ কণী

চৰাইৰ কণীৰ বিষয়ে অধিক কোৱাৰ আৱশ্যক নাই। আমি সকলোৱে কণী চিনি পাওঁ। কুকুৰা আৰু হাঁহৰ কণী আমিষ আহাৰীয়ে ভোজন কৰে। কণীৰ আকৃতি কেনেকুৱা বাৰু? সৰু চৰাইৰ কণী বিভিন্ন আকৃতিৰ। কণীবোৰ বিজলুৱা পদাৰ্থৰ সমষ্টি। চৰাইৰ বুকুৰ উত্তাপ পাই লাহে লাহে ডাঠ হৈ আহে। এই ডাঠ খোলাৰ ভিতৰত জন্ম বীজ নিহিত হৈ থাকে। এই জন্ম-বীজ হ'ল কণীৰ কুহুম। এই কুহুমক আবৰি কিছুমান বগা বিজলুৱা পানীয় পদাৰ্থ থাকে। এই পদাৰ্থই এই হালধীয়া কুহুমক ৰঙা কৰ্বচৰ দৰে আবৰি ৰাখে। চৰাইৰ আকৃতি অনুযায়ী কণীও ডাঙৰ অথবা সৰু হয়। উট চৰাইৰ কণী একোটা বৰ বৰ। কিন্তু পাতসিয়া চৰাইৰ কণীৰ আকৃতি সৰু। কণী যে কেৱল চৰায়েহে পাৰে এনে নহয়। সাপ, বেং, মাছ-কাছ, ঘঁৰিয়াল, জেঠি আদিয়েও কণী পাৰে। ইয়াৰ দ্বাৰা বৈজ্ঞানিকসকলে প্ৰমাণ কৰিছে যে, সৰীসৃপৰ পৰা ফাটি অহা এটা ঠালৰ পৰাই অতীজতে চৰাইৰ পূৰ্বপুৰুষৰ সৃষ্টি হৈছিল। সৰীসৃপৰ অৰ্থ হ'ল বুকুৰে বগাই যোৱা জীৱ-গোষ্ঠী। চৰাইৰ কণীৰ ৰং সকলোৰে একে নহয়। কিছুমানৰ ৰং বগা, কিছুমানৰ মুগা-

হালধীয়া, কিছুমানৰ আকৌ ফুটফুটীয়া-মুগা, ধোঁৱাবৰণীয়া-সেউজীয়া। আমি জনাত, স্থানভেদে, পৰিবেশ ভেদে, চৰাইৰ কণীৰ বৰণৰ বিভিন্নতা দেখিবলৈ পোৱা হয়। ইয়াৰ প্ৰধান কাৰণ বোধহয় শত্ৰুৰ হাতৰ পৰা ৰক্ষা কৰাটোহে। যদি মৰুভূমিৰ বালিৰ মাজত সেই ঠাইত বাস কৰা চৰায়ে বালি ৰঙৰ কণী নেপাৰিলেহেঁতেন তেন্তে মুহূৰ্তে শত্ৰুৱে এনে কণী খাই নিঃশেষ কৰিলেহেঁতেন। বালিৰ ৰঙৰ লগত মিলা একে বৰণৰ কণীৰ ৰং হোৱা হেতুকে শত্ৰুৱে সহজতে চিনিব নোৱাৰে। টুনি চৰাইৰ কণী সেউজীয়া আৰু সেয়েহে কণী বিচাৰি খোৱা শত্ৰু চৰায়ে গছৰ সেউজীয়া পাতৰ মাজত কণী চিনিব নোৱাৰি কণীকে গছৰ পাত হেন দেখি এৰি গুচি যায়।

## (৬) চৰাইৰ মাত

পখী আমাৰ সদায় সহচৰ। দিনৰ বাহিৰে এনেকি ৰাতিও পখীৰ মাতে আমাক কেতিয়াবা শংকিত কৰি তোলে আৰু কেতিয়াবা সুললিত সুৰ ধ্বনিয়ে আমাৰ মনত আনন্দৰ জোৱাৰ আনে। চৰায়ে ৰাতিপুৱাই শব্দৰ ঘণ্টা ধ্বনি দি আমাক টোপনিৰ পৰা জগায়; কেতিয়াবা ৰাতি আপদীয়া মাত মাতি আমাৰ বিপদ সূচায় (?)। কেতিয়াবা আমাৰ কাঁহীৰ পৰা বঢ়া ভাতো খায়। তথাপিও পক্ষী আমাৰ বন্ধু, আমাৰ সহচৰ। চৰাই-চিৰিকটি অবিহনে আমাৰ বিনন্দীয়া পৃথিৱী মৰুভূমিত পৰিণত হ'লহেঁতেন। এই চৰায়ে দেশ-বিদেশৰ পৰা বৃক্ষৰ গুটি আনি আমাৰ হাবি-বননি সৃজন কৰে। বিভিন্ন ৰঙৰ চৰাইৰ পাখিৰ বৰণে আমাৰ নয়ন জুৰায়। এই পখীকুলক লৈয়ে আমাৰ গ্ৰন্থৰাজি পুষ্ট। অতি পৰিতাপৰ বিষয় এয়ে যে, চৰাই আমাৰ কিছুমানৰ খাদ্য। আজিকালি জনসংখ্যা বৃদ্ধি হোৱাত খাল-বিল-নৈ আদি শুকাই যোৱাত আগৰ দৰে চৰাই-চিৰিকটি পদূলি



মুখতেই পাবলৈ নাই। আনকি কষ্ট কৰি দূৰলৈ গলেও বিফল মনোৰথ হৈ চিকাৰী ঘূৰি আহিবলগীয়া হয়। অতীতত এসময়ত আমাৰ দেশত অসংখ্য চৰাই আছিল। চিকাৰীয়ে অসমখন "চিকাৰীৰ স্বৰ্গ" বুলিহে কৈছিল। কিন্তু এতিয়া সেই অতীতৰ খাল-বিলো নাই, চৰাইও নাই। কিছুমান আপুৰুগীয়া চৰাই চিৰিকটি ইতিমধ্যে নিঃশেষ হৈ গ'ল। আমাৰ অসমৰ গাওঁ-নগৰ অঞ্চলত, হাবি-বননিত, সংৰক্ষিত বনাঞ্চলত, জাতীয় উদ্যানত, বিভিন্ন অভয়াৰণ্যত তলত উল্লেখ কৰা চৰাইবোৰ পোৱা হয়। ইহঁতৰ সংখ্যা লাহে লাহে কমি আহিছে যদিও একেবাৰেই নাইকিয়া হৈ যোৱা নাই। সাধাৰণতে চিনাক্ত কৰিব পৰা চৰাইবোৰ হ'ল :—

১। কাউৰী ২। ঘৰচিৰিকা ৩। শালিকা ৪। বন কুকুৰা ৫। ফেচাঁ ৬। শগুণ ৭। চিলনী ৮। ঢোৰা কাউৰী ৯। কুলি ১০। কেতেকী ১১। টুনি ১২। বগলী ১৩। মাছৰোকা ১৪। গোবৰ খুচৰা ১৫। দহিকতৰা ১৬। মইনা ১৭। ভাটৌ ১৮। টিঁয়া ১৯। বুলবুলি ২০। পাটমাদৈ বা সখিয়তী ২১। কোকলোঙা ২২। সাতভনী ২৩। ভীমৰাজ ২৪। পাতসিয়া ২৫। মৌপিয়া ২৬। ধনেশ ২৭। হুদু ২৮। ঈগল ২৯। ৰাজপখী ৩০। কুকুৰা ৩১। সাপকটা ঈগল ৩২। হাইঠা ৩৩। পঘুমা ৩৪। কপৌ ৩৫। ময়ূৰ বা ম'ৰা চৰাই ৩৬। কাম চৰাই ৩৭। গভা চিলনী ৩৮। বালি ঘোৰা ৩৯। ভেলা ৪০। পানী কাউৰী ৪১। বৰ টোকোলা ৪২। ৰাজ হাঁহ ৪৩। চিনা হাঁহ ৪৪। চাকৈ চকোৱা ৪৫। বনৰীয়া হাঁহ ৪৬। তেলীয়া সাৰেং ৪৭। বাহিমাহী ৪৮। চেৰেকা চৰাই ৪৯। চাতক ৫০। উলু ম'ৰা ৫১। ডৰিক ৫২। দেও ডৰিক ৫৩। টোকোৰা চৰাই ৫৪। বাঢ়েটোকা ইত্যাদি।

এই চৰাইবোৰ যদিও আমাৰ চকুৰ আগতেই আছে তথাপিও আমি বহুতেই এই চৰাইবোৰৰ স্বভাৱ, আৱিৰ্ভাৱ নিৰীক্ষণ নকৰো। ইহঁতৰ সবিশেষ জানিবলৈ চেষ্টা নকৰো। ইহঁতৰ

সংৰক্ষণৰ কাৰণে যদি আমি যত্নপৰ নহও, তেন্তে বহুবিধ চৰাই ইতিমধ্যে পৃথিৱীৰ পৰা লোপ পোৱাৰ দৰে ইহঁতো লাহে লাহে আমাৰ দৃষ্টিৰ পৰা একেবাৰেই আঁতৰি লোপ পাব। আকাশত সদায় উৰি ফুৰা চৰাইৰ জাক আমি দেখো, গছৰ ডালে ডালে বহি কুলি, বুলবুলিয়ে গান গোৱা শুনো। চৰাই বিনন্দীয়া। আমাৰ নয়ন, মন এই চৰাইৰ গীতে, ৰঙে, পুলকিত কৰে। বসন্তৰ ঋতুত সুৰীয়া মাত মতা, গ্ৰীষ্মকালত পকা আম, কঠাল বিচাৰি ফুৰা জাক জাক নানান জাতৰ চৰায়ে আমাৰ মনৰ ওপৰেৰে গুচি যায়। আমি শুই নৌউঠোতেই এই বিহঙ্গ কুলে সাৰ পায়, সূৰ্য দেৱতাক প্ৰনিপাত জনাই বিভিন্ন অভ্যাৰত তুতিনাতি কৰি মুক্তনীলা আকাশত বিচৰণৰ কাৰণে উৰি যায়গৈ।

আমি শুই উঠিয়েই প্ৰথমতে এই চৰাইকেহে দেখো, চৰাইৰ আৱাৰহে কাণত পৰে। এই চৰাই যেন মানুহৰ বাবে জাগ্ৰত প্ৰহৰী। পৰ্বত-পাহাৰ, ভৈয়ামত বিধে বিধে চৰাই-চিৰিকটি আছে। তাৰে কিছুমনে সময় অনুসৰি দেশে-বিদেশে ভ্ৰমি ফুৰে। এই দেশ ভ্ৰমা চৰাইজাক কোনো কোনো সময়ত আমাৰ চকুৰ পৰা অন্তৰ্দ্ধান হয়। কেতিয়াবা আমি নজনাকৈয়ে কোনো এটা সময়ত আকৌ আমাৰ দেশলৈ ঘূৰি আহে। কুলি-কেতেকীৰ মাতে আমাৰ কাণত অমৃত বৰষে।

"শীত হলে অন্ত আহিব বসন্ত পচোৱা বলিব জুৰ
তেতিয়া আহিম আকৌ নাচিম ধৰিম গানৰ সুৰ।"

এই বুলি চৰায়ে বিদায় লৈ যায়গৈ। চৰায়ে কিন্তু এই প্ৰতিশ্ৰুতি ভংগ নকৰে। ঠিক সময়তেই ইহঁত আহি আমাৰ কাণত সুমধুৰ গানৰ সুৰেৰে অমিয়া ঢালে।

—O—



## ৰাজহাঁহ

ইংৰাজী—The Barheaded Goose

বৈজ্ঞানিক—Anser indicus

আকৃতি-প্ৰকৃতি — পোহনীয়া ৰাজহাঁহৰ দৰে। ইহঁতৰ গাৰ বৰণ বগা, ৰগা-মুগা। মতা-মাইকী দেখাত প্ৰায় একে। ইহঁতে নৈ আৰু বিলৰ পানীত চৰি ফুৰে। তদুপৰি খেতি পথাৰৰ মাজত পকা ধানৰ থোৰ খাই খেতি-বাতি নষ্ট কৰে। নৈ-বিলৰ মাছ-পুঠি, দলনি-পুনি ফৰিং কীট-পতংগ খায়। বহুতৰে বিশ্বাস যে, এই বনৰীয়া হাঁহেই আমাৰ পোহনীয়া ৰাজহাঁহৰ জনক। এই ৰঙা ঠোঁটৰ ৰাজহাঁহে নৈত চৰাতকৈ বিলৰ পানীত চৰিহে ভাল পায়। জাৰকালি দুবিধ ৰাজহাঁহ অসমলৈ আহে। ১) ধৃত্ৰাজ (Barheaded Goose) ২) দেও ৰাজহাঁহ (Grey Lagged Goose)। ধৃত্ৰাজ ধান কাটি নিয়াৰ আগত আৰু পাছত পথাৰ, মাহনি পথাৰ আৰু লুইতৰ বালিত চৰে। দেও-ৰাজহাঁহে বিলত চৰে, নদীত নচৰে। ইহঁতে বহু দূৰ-দূৰণিৰ পৰা আহি আমাৰ নৈ-বিলত চৰি শেষত জহকালি অহাৰ লগে লগে নিজৰ ঠাইলৈ উভতি যায়গৈ। ইহঁত হ'ল দেশ ভ্ৰমা চৰাইৰ জাত।

বাসস্থান, বিচৰণভূমি, স্বভাৱ আৰু খাদ্য — শীতকালত এই ৰাজহাঁহে উত্তৰ ভাৰতত বিচৰণ কৰি ফুৰে আৰু সেয়েহে অসমলৈও আহে। মধ্য ভাৰতৰ বাহিৰে ভাৰতৰ সকলো ঠাই-তেই ইহঁতে ঘূৰি ফুৰে। পাকিস্থান আৰু ব্ৰহ্মদেশতো পোৱা যায়। এই ৰাজহাঁহে অক্টোবৰ-নৱেম্বৰ মাহত দোকমোকালিতে জাক পাতি আহি নৈ-বিলত চৰি ফুৰে। দিনৰ বেলা ডাঙৰ নৈৰ বালিচৰত বহি জিৰণি লয় কিন্তু ইহঁতে ইমান চঞ্চল যে, ইহঁতৰ ওচৰলৈ যোৱাটো দুঃসাধ্য। আকাশত শাৰী পাতি বা

ত্ৰিভুজ আকৃতিত বিচৰণ ভূমিলৈ আহ-যাহ কৰে। ইহঁতৰ প্ৰধান খাদ্য হ'ল জাৰকালিত গজা ঘাঁহ, খেতিপথাৰৰ শস্যৰ গা-গছ, শিপা আদি। উৰি যাওঁতে এই ৰাজহাঁহে মাত মাতি যায়।

বাহ আৰু কণী—লাডাখ আৰু তিব্বতৰ হ্ৰদৰ ওচৰত এপ্ৰিল জুন মাহৰ ভিতৰত বাহ সাজে। হ্ৰদৰ ঘাঁহনিৰ মাজত ইহঁতে ঘাঁহ-পাত, পাখি কোমল বস্তুৰে বাহ লয়। কণী ৩টা বা ৪টা। বগা।

—০—

## শৰালি

ইংৰাজী—The Common Teal
বৈজ্ঞানিক—Anas creca

আকৃতি-প্ৰকৃতি—ইহঁত ঘৰচীয়া পাতিহাঁহৰ আকৃতিৰ আৰু গাৰ পাখি তিনিটা ৰঙৰ সংমিশ্ৰণ। ক'লা, সেউজীয়া আৰু মাটিয়া বৰণ উৰি যাওঁতে প্ৰথমতে চকুত পৰে। মাইকী শৰালি হাঁহৰ পাখিৰ বৰণ অলপ বেলেগ। পাখিত ডাঠ আৰু পাতল মুগা বৰণৰ ৰহণ। নীলা-সেউজীয়া ৰং। ইহঁতে নৈ-বিলত জাকপাতি উৰি ফুৰে।

বাসস্থান, বিচৰণভূমি, স্বভাৱ আৰু খাদ্য—এই শৰালি চৰায়ে ভাৰতৰ সকলো ঠাইতে চৰি ফুৰা দেখা যায়। পাকিস্থান, ব্ৰহ্মদেশ আৰু শ্ৰীলংকাতো ঘূৰি ফুৰে। সাধাৰণতে ইহঁত দেশ ভ্ৰমী পখী। ইহঁতে বেগাই উৰিব পাৰে। এই শৰালি চৰাই চিকাৰীয়ে চিকাৰ কৰে আৰু খোৱা খাদ্যৰ মেজতো ইহঁতৰ মঙহ পৰিবেশন কৰা হয়। প্ৰধান খাদ্যৰ ভিতৰত পৰে ধান, ঘাঁহ, পানীত গজা পুনি, শেলুৰৈৰ কোমল ঠাবি আৰু



মূল। নৈৰ বাম পানীত খোৱা খাদ্যৰ অন্বেষণত ঘূৰি ফুৰে। পোক-পতংগও ভক্ষণ কৰে।

বাহ আৰু কণী—পিতনি ডাঠ ঘাঁহনিৰ মাজত ঘাঁহ-পাতেৰে বাহ সাজে। সাতোটাৰ পৰা দহোটালৈ কণী পৰা দেখা যায়। কণী পৰাৰ সময় এপ্ৰিলৰ পৰা জুন মাহলৈ। কণীৰ বৰণ মাখন ৰঙৰ। এই চৰায়ে যোৰ পাতি নতুবা সৰু সৰু জাকত গাওঁ আৰু নগৰৰ আকাশেৰে ক্ৰীট্-ক্ৰীট্ শব্দ কৰি উৰি যায়। ইহঁতক গ্ৰীষ্ম কালতো অসমৰ বিলত চৰি ফুৰা দেখা পোৱা হয়। এই শৰালি চৰাইৰ কণী আমাৰ বহুতে বাহৰ পৰা চুৰি কৰি আনি ঘৰচীয়া পাতিহাঁহৰ কণীৰ লগত উমনি দি পোৱালি জগায়। চিকাৰীৰ অত্যাচাৰত এই ধুনীয়া বনৰীয়া হাঁহবোৰৰ সংখ্যা লাহে লাহে কমি আহিছে। ইহঁতক আমি ৰক্ষণাবেক্ষণ দিয়াটো নিতান্তই উচিত।

—০—

## চাকৈচকোৱা

ইংৰাজী—The Brahminy Duck
বৈজ্ঞানিক—Casarca ferruginea

আকৃতি-প্ৰকৃতি—ঘৰচীয়া হাঁহৰ সমান ডাঙৰ। সুমথিৰা মুগা বৰণৰ এই হাঁহে আমাৰ নৈ-বিলত চৰি ফুৰে ডেউকা বগা, ক'লা, নীলা আৰু উজ্জ্বল সেউজীয়া বৰণৰ। যোৰ যোৰকৈ বা দল বান্ধি উৰি যায়। প্ৰবাদ আছে যে, অতীতত ৰামায়ণৰ যুগত ৰামে সীতাক বিচাৰি ফুৰোতে এই চৰাইকো সীতাৰ বিষয়ে সুধিছিল। কিন্তু ইহঁত মত্তা-মাইকী হাল আনন্দত ইমান আত্মহাৰা হৈ আছিল যে, ৰামক উত্তৰ নিদিয়াত ইহঁতক শাপ দিছিল হেনো। শেষত শ্ৰীৰামচন্দ্ৰক প্ৰকৃত কথা ক'বলৈ গৈ

'ৰাম কণ্ঠ', 'ৰাম কণ্ঠ' কৈ থাকোতেই ৰাম বহুদূৰ পালেগৈ।

বাসস্থান, বিচৰণভূমি, স্বভাৱ আৰু খাদ্য—জাৰকালি ইহঁতক দক্ষিণ ভাৰতৰ বাহিৰে সকলো ঠাইতেই দেখা পোৱা যায়। পাকিস্থান, ব্ৰহ্মদেশ, শ্ৰীলংকাতো কম সংখ্যক এই চাকৈচকোৱা চৰাই দেখা যায়। সচৰাচৰ নৈ বালিচৰতহে বেছিভাগ এই চৰাই চৰি ফুৰে। বালিত ইহঁতে খোজ কাঢ়িও ফুৰে। দেখাত ধুনীয়া। শাক-পাত, জলচৰ কীট-পতংগ মাছ আৰু সৰু সৰু সাপো ইহঁতৰ খাদ্য। কেঁকোৰাও খায়। চিকাৰীয়ে কেতিয়াবা চাকৈ চকোৱা চৰাই চিকাৰ কৰিলে, যোৰটোৰ কোনোটোক বধ কৰিলে, ইটোৱে আকাশৰ ওপৰত উৰি উৰি বিনায় আৰু এনে কৰোতে নিষ্ঠুৰ চিকাৰীয়ে এনে সময়তে ইটোকো বধ কৰে।

বাহ আৰু কণী—ভাৰতৰ পৰা বা আন দেশৰ পৰা ঘূৰি যোৱা এই চৰায়ে লাডাখ আৰু তিব্বতৰ হ্ৰদৰ ওচৰত বাহ লয়। কণী পৰাৰ সময় এপ্ৰিলৰ পৰা জুন মাহ। পাখি আদি গোটাই মাটিৰ পৰা ওখত নৈৰ গৰাৰ গাঁতত ইহঁতে কণী পাৰে। কণীৰ সংখ্যা ৬টাৰ পৰা ১০ টা। ৰং বৰণ বগা।

এই চাকৈচকোৱা চৰাইৰ সংখ্যা বৰ কম।

—O—

## বনৰীয়া চীনাহাঁহ

ইংৰাজী—The Comb Duck

বৈজ্ঞানিক—Sarkidiornis melanotos

আকৃতি-প্ৰকৃতি—ইহঁত ঘৰচীয়া হাঁহতকৈ আকাৰত ডাঙৰ। গাৰ ৰং নীলা আৰু সেউজীয়া পাখিৰ সংমিশ্ৰণ। গাৰ তলফালে



বগা। মূৰ আৰু ডিঙিত ফুট্‌ফুটীয়া ৰং দেখা যায়। মতা হাঁহৰ ঠোঁটৰ ওপৰত জ্‌ঁ থাকে কিন্তু মাইকী চীনা হাঁহৰ ইমান ডাঙৰ জ্‌ঁ নেথাকে। সৰু সৰু জাকত ইহঁতে নৈ আৰু বিলত চৰি ফুৰে।

বাসস্থান, বিচৰণভূমি, স্বভাৱ আৰু খাদ্য—ইহঁতৰ বিচৰণ ভূমি হ'ল আমাৰ ভাৰতৰ নৈ-বিল। শ্ৰীলংকা আৰু ব্ৰহ্মদেশতো ইহঁতক পোৱা যায়। স্থায়ীভাৱে বাস কৰাতোহে দেশৰ ভিতৰতেই ইঠাইৰ পৰা সিঠাইলৈ ঘূৰি ফুৰে। বিলত, বতা-ইকৰাণিৰ মাজত আৰু মুকলি জলাশয়ত ইহঁতে চৰি ফুৰে। প্ৰধান খাদ্যৰ ভিতৰত বনৰীয়া আৰু খেতি পথাৰৰ ধান-চাউল আৰু অইন অইন ঘাঁহ-বনৰ শিপা।

বাহ আৰু কণী—জুলাইৰ পৰা চেপ্তেম্বৰৰ মাহৰ ভিতৰত ইহঁতে কণী পাৰে। পানীৰ ওচৰৰ গছৰ খোৰোঙত ঘাঁহ-পাত গোটাই ইহঁতে বাহ লয়। কণীৰ সংখ্যা ৮ টাৰ পৰা ১২ টা ঢেলা-মাখন ৰঙৰ। মতাটোৱে কণীত উমনি নিদিয়ে। মাইকীজনীয়েহে কণীত উমনি দি পোৱালি জগায়। এই চৰাইৰ সংখ্যা সাধাৰণতে কম। অসমৰ কাজিৰঙাৰ ডাঙৰ বিলবোৰত এই চীনাহাঁহ দেখা যায়।

—O—

## পানী কাউৰী

ইংৰাজী—Little Cormorant

বৈজ্ঞানিক—Phalacrocorx niger.

আকৃতি-প্ৰকৃতি—পানী কাউৰীৰ আকৃতি এটা ঢোৰা কাউৰীৰ নিচিনা। অৱশ্যে ঢোৰা কাউৰী আৰু পানী কাউৰীৰ

ঠোঁট, ঠেঙৰ প্ৰভেদ আছে। উজ্বল ক'লা ৰঙৰ হাঁহৰ বৰণৰ দীঘল আৰু সৰু ডিঙিৰ আঁকোৰা ঠোঁট পানীকাউৰীৰ বৈশিষ্ট্য। কণ্ঠত বগা পাখিৰ দাগ আছে। মতা-মাইকী দেখিবলৈ প্ৰায় একে। অকলে বা জাকপাতি বিল আৰু নৈত ইহঁতে ঘূৰি ফুৰে।

বাসস্থান, বিচৰণভূমি, স্বভাৱ আৰু খাদ্য—ভাৰতৰ সকলো ঠাইতে, পাকিস্থান, শ্ৰীলংকা আৰু ব্ৰহ্মদেশত ইহঁতক দেখিবলৈ পোৱা যায়। ইহঁতে নৈ-বিলতহে চৰি ফুৰে এনে নহয়, সাগৰৰ জোৱাৰ ভাটা হোৱা ঠাইতো ইহঁতে বিচৰণ কৰে। পানীকাউৰীয়ে কেৱল মাছ খাই জীৱন নিৰ্বাহ কৰে। এই পানীকাউৰীয়ে পানীত তলে তলে ডুব মাৰি মাছ বিচাৰি ফুৰে। ভেলা বা ঢেৰাৰ দৰে ইহঁতেও জাকপাতি মাছ মাৰে। মাছ মৰাৰ অন্তত ইহঁতেও পানীৰ ওচৰৰ কোনো গছৰ ফেৰেঙনিত বহি পাখি মেলি ৰ'দ লয়। পানী কাউৰীৰ একে গোষ্ঠীৰ (Cormorant) আন এবিধ চৰাই দৈকলা অসমত যথেষ্ট দেখা যায়। Large Cormorant দৈকলা; Little Cormorant পানীকাউৰী।

বাহ আৰু কণী—উত্তৰ ভাৰতত প্ৰধানকৈ জুলাইৰ পৰা চেপ্তেম্বৰ মাহৰ ভিতৰত, দক্ষিণ ভাৰতত নৱেম্বৰ পৰা ফেব্ৰুৱাৰী মাহৰ ভিতৰত ইহঁতে কণী পাৰে। বগলী, কণুৱাই বাহ সজা গছত ইহঁতে কাউৰীৰ দৰে ডাল পাত গোটাই বাহ সাজি লয়। কণী ৪টাৰ পৰা ৫টা। ৰং ঢেলা-নীলা-সেউজীয়া আৰু মাজে মাজে বগা।

এই পানীকাউৰীয়ে বাৰিষাৰ ধল পানীত জাক পাতি পাতি নৈ-বিলত মাছ মাৰি ফুৰে। এই মাছৰ চৰাই পানীকাউৰী আমাৰ মানুহে সাধাৰণতে খেতি পথাৰৰ ওচৰত নৈৰ দাঁতিত দেখে।

—০—



## ভেলা বা ঢেৰা

ইংৰাজী—The Grey Pelican

বৈজ্ঞানিক—Pelecanus philippensis

আকৃতি-প্ৰকৃতি—এই ভেলা বা ঢেৰা এটা শগুণৰ সমান ডাঙৰ কিন্তু চাপৰ, ওজনত গধুৰ। জলচৰ পখীৰ ভিতৰত ভেলা হ'ল গা গধুৰ চৰাই। ভেলাৰ বৰণ একেবাৰে বগা নহয়। ঠোঁট দীঘল চেপেটা আৰু ঠোঁটৰ তলত ৰবৰৰ দৰে এখন সৰু ছালৰ মোনা আছে। মাছ মাৰিলে প্ৰথমতে এই মোনাত মাছে কিছু সময় ৰৈহে পেটলৈ যায়। ঠোঁটত মাজে মাজে নীলা-ক'লা ৰঙৰ ফোঁট থাকে। মতা-মাইকী উভয়ে দেখাত একে আৰু নৈত জাকপাতি চৰি ফুৰে। দুপৰীয়া কণুৱা আদি চৰাইৰ লগত আকাশত উৰি ফুৰা দেখা যায়।

বাসস্থান, বিচৰণভূমি, স্বভাৱ আৰু খাদ্য—ভাৰতৰ সকলো ঠাইতেই এই ভেলা চৰাই পোৱা যায়। ইয়াৰ উপৰিও পাকিস্থান, শ্ৰীলংকা আৰু ব্ৰহ্মদেশতো ইহঁতে বাস কৰে। ৰাজহাঁহ, চাকৈচকোৱা, শৰালি আদি চৰাইৰ দৰে এই ভেলা চৰাইও দেশভ্ৰমী চৰাই। ইহঁতেও কিছুদিন ইয়াত থাকি স্বদেশ অভিমুখে গতি কৰে। অৱশ্যে অসমৰ বিশ্ববিখ্যাত কাজিৰঙাত এই ভেলা চৰাই স্থায়ীভাৱে বাস কৰা বুলি জনা যায়। পানীকাউৰীৰ দৰে ইহঁতৰো প্ৰধান খাদ্য মাছ।

বাহ আৰু কণী—নৱেম্বৰৰ পৰা এপ্ৰিল মাহৰ ভিতৰত ইহঁতে কণী পাৰে। ওখ গছত জাকপাতি এই ভেলা চৰায়ে বাহ সাজে। কেতিয়াবা কেতিয়াবা নৈৰ পৰা বহু দূৰৈত অৱস্থিত গছতো বাহ লয়। কণী ৩টা চকমাটিৰ দৰে বগা। কণীবোৰৰ ওপৰত উমনি দিয়াৰ লগে লগে ময়লা বান্ধ খাই লেতেৰা হৈ যায়। এই বগা বগা ভেলা বা ঢেৰা চৰাই ৰূপালী পানীত

জাক পাতি পাতি ভাহি ফুৰা দেখিলে সচাঁই ভাল লাগে।

—O—

## গঙা চিলনী

ইংৰাজী—The Indian River Tern

বৈজ্ঞানিক—Sterna aurantia gray

আকৃতি-প্ৰকৃতি—পাৰ চৰাইতকৈ আকাৰত বহুত সৰু যদিও দীঘল ফান খনৰ দৈতে প্ৰায় সমানেই। পাখিৰ ওপৰভাগ ধোঁৱা বৰণীয়া কিন্তু তল ফালে বগা। ফানখনৰ আগটো ফটা। ঠোঁটটো টিক্‌টিকীয়া ৰঙা। মতা-মাইকী সহজতে চিনিব পৰা যায়।

বাসস্থান, বিচৰণভূমি, স্বভাৱ আৰু খাদ্য—ভাৰতৰ সকলো ঠাইতেই, ব্ৰহ্মদেশ, শ্ৰীলংকা আৰু পাকিস্থানতো এই গঙা চিলনী পখীয়ে বিচৰণ কৰি ফুৰে। ইহঁতে নৈ-বিলত খাদ্য অন্বেষণত ঘূৰি ফুৰে। পানীৰ ওপৰত উৰি ফুৰোতে চকু তললৈহে থাকে যাতে মাছটো পুঠিটো থাপ মাৰি নিব পাৰে এনেকি কেকোঁৱাকো নেৰে। সাগৰৰ জোৱাৰ-ভাটা হোৱা ঠাইতো ইহঁতে বিচৰণ কৰি ঘূৰি ফুৰে। যদিও ইহঁতৰ ঠেঙত পতা আছে তথাপিও ইহঁতে পানীত নামি সাঁতুৰি খোৱা বস্তু বিচাৰি নুফুৰে। কেৱল ওপৰে ওপৰে উৰি ঠোঁটেৰে মাছ ধৰি নি খায় গৈ। জিৰণিৰ সময়ত বিলৰ পাৰত বা শিলৰ ওপৰত বহি ৰেহৰূপ চাই থাকে। খাদ্যৰ ভিতৰত সৰু সৰু মাছ, লালুকী, কেকোঁৱা, ফৰিং আৰু আন আন পোক-পতংগ।

বাহ আৰু কণী—উত্তৰ ভাৰত আৰু কাশ্মীৰত জুনৰ পৰা চেপ্তেম্বৰ মাহৰ ভিতৰত ইহঁতে কণী পাৰে। কণীৰ সংখ্যা ২টা পৰা ৩টা। ৰং সেউজীয়া, মটিয়া বা কমলাবুলীয়া মুগা।



মতা-মাইকী উভয়ে বাহ বন্ধা, উমনি দিয়া কাম কৰে। বিলৰ মাজৰ ঘাঁহ-পাতৰ আঁহেৰে ইহঁতে বাহ সাজে। গঙা চিলনীৰ ডেউকা গাৰ অনুপাতে দীঘল, ডিঙি চুটি। এই চৰাইবোৰো আজিকালি অইন চৰাইৰ দৰে আমাৰ নৈ-বিল শুৱাই থকা ঠাইৰ পৰা অন্তৰ্দ্ধান হ'ব ধৰিছে।

—O—

## বগলী, কণামুচৰি

ইংৰাজী—The Grey Heron, Cattle Egret, Little Egret Reef Heron Night Heron.

বৈজ্ঞানিক—Ardea cinerea, Bubulcus ibis, Egretta garzetta, Demiegretta asha, Nycticorax nycticorax.

আকৃতি-প্ৰকৃতি—গাওঁ-ভূঁইৰ খেতি পথাৰত, নৈৰ পাৰত, বিলৰ দাঁতিত, হোলা-ডোবা-পিতনিত, পুখুৰীৰ দলনিত এই বগলীয়ে মাছ জুপি থকা আমাৰ সাধাৰণতে চকুত পৰে। এই বগলীৰ ঠেং লেংলেঙীয়া দীঘল। জাক জাক বগলী ৰাতিপুৱা আৰু গধূলি গাওঁ-নগৰৰ আকাশৰ ওপৰেৰে খাদ্য অন্বেষণত চৰিবলৈ উৰি যায়। এই বগলী ৮ বিধমান আছে। ইয়াৰ এটা জাতে ৰাতিহে চৰে। বগলীয়ে জাকপাতি বাস কৰে কিন্তু খাদ্য বিচাৰি খোৱা সময়ত গাইগুটীয়াকৈ পথাৰত বা বিলত চৰি ফুৰে।

বাসস্থান, বিচৰণভূমি, স্বভাৱ আৰু খাদ্য—কিছুমান বগলীৰ ঠোঁট হালধীয়া, মুগা, নীলা-ক'লা। ডিঙি দীঘল, মূৰত সাধাৰণতে টিকনি থাকে। বগলীৰ গাৰ ৰং, আকাৰত তাৰ-

তম্য থাকিলেও বগলী জলচৰ জীৱ। অৱশ্যে হঁাহৰ নিচিনা ঠেঙত পতা নাই। দীঘল নখৰ আঙুলিহে আছে। এই বগলী ভাৰতৰ সকলো ঠাইতেই দেখিবলৈ পোৱা যায়। পাকিস্থান, শ্ৰীলংকা আৰু ব্ৰহ্মদেশতো আছে। বাম পানীত এই বগলীয়ে দেও দি দি ফৰিং মাছ–পুঠি, কেঁকোৰা ধৰে। উৰি যাওঁতে দীঘল ঠেং যোৰ পিছফালে কোঁচাই উৰি যায়। বগলীয়ে আমাৰ গণ সাহিত্যত ঠাই পাইছে। বগলীয়ে মাছ পালেই গিলি থয়। ইহঁতে কেৱল মাছৰ ওপৰতেই যে বৰ্তি থাকে, এনে নহয়। আমাৰ চৰণীয়া পথাৰৰ গৰু ম'হৰ জাকত সোমাই গাৰ ওপৰত উঠি গাৰ চিকৰা আদি খাই পোহনীয়া আৰু বনৰীয়া জন্তুৰ উপকাৰ সাধে। আগৰ দিনত বগলী পাখি বিদেশলৈ ৰপ্তানি কৰা হৈছিল। বিদেশৰ চৌখিন মহিলা সকলে বগলীৰ পাখিৰ পোছাক-পৰিছদ পিন্ধি ভাল পাইছিল। আজি কালি ভাৰতৰ পৰা বগলী পাখি ৰপ্তানি কৰাটো মানা।

বাহ আৰু কণী—বগলীয়ে জাকপাতি বাঁহনিত বা পানীৰ ওচৰৰ গছত বাহ লয়। কণী পৰা সময় জুলাইৰ পৰা চেপ্তেম্বৰ মাহ। ডাল-পাত গোটাই বাহ সাজি ইহঁতে কণী পাৰে। কণী ৩টাৰ পৰা ৬টা। ডাঠ নীলা ৰঙৰ। মতা মাইকী উভয়ে কণীত উমনি দিয়ে।

বগলী বিভিন্ন ঠাইত বিভিন্ন নামেৰে পৰিচিত। থুলমূলকৈ বগলী বুলিয়েই পৰিচয় দাঙি ধৰা হৈছে।

—০—



# হাড়গিলা বা বৰটোকোলা

ইংৰাজী—The Adjutant Stork, Lesser Adjutant

বৈজ্ঞানিক—(১) Leptoptilos dubius

(২) Leptoptilos javanicus.

আকৃতি-প্ৰকৃতি—হাড়গিলা বা বৰটোকোলা এটা শগুণৰ সমান ডাঙৰ। থিয় হলে প্ৰায় ১ মিটাৰৰ অলপ বেছি ওখ হয়। ইহঁতে সৰু সৰু জন্তুৰ হাড় গিলিব পাৰে বুলিয়েই ইহঁতৰ নাম হাড়গিলা আৰু মূৰত নোম নোহোৱা বাবে বৰটোকোলা বুলিও কোৱা হয়। ক'লা-বগা ৰঙৰ সংমিশ্ৰণ থকা এটা সহজতে চিনাক্ত কৰিব পৰা পখী। ইহঁতৰ ঠোঁটটো ডাঙৰ আৰু হালধীয়া ৰঙৰ। ডিঙিত এটা ৰবৰৰ মোনাৰ দৰে ৰঙা মোনা ওলমি থাকে। মূৰৰ নোম পাতল বা কোনোটোৰ মূৰ টকলা। ইহঁতে অকলে বা যোৰপাতি পথাৰত চৰি ফুৰে। এই চৰাইক চৰাইৰ ভিতৰত গাওঁবুঢ়া চৰাই বুলিলেহে ভাল শুনি। পথাৰত গুৰু-গম্ভীৰ খোজ কাঢ়ি কেঁকোৰা, মাছ-পুঠি বিচাৰি ফুৰে।

বাসস্থান, বিচৰণভূমি, স্বভাৱ আৰু খাদ্য—উত্তৰ ভাৰতত অসমত, বাংলা দেশত, ব্ৰহ্মদেশত এই চৰাইৰ বাস। স্থানীয় ভাৱে ইহঁতে এঠাইৰ পৰা আন ঠাইলৈ গৈ ঘূৰি ফুৰে। এই বৰটোকোলাই চিলনী আৰু শগুণৰ লগত মৰা শ খাই দুৰ্গন্ধ নাইকিয়া কৰি মানুহৰ উপকাৰ কৰে। ইহঁতে মাছ, বেং, সৰু সৰু সাপ, ডাঙৰ পোক খাই জীৱন নিৰ্বাহ কৰে। চৰাইৰ আকৃতি-প্ৰকৃতি ডাঙৰ হলেও সহজে আকাশৰ বহু ওপৰত উৰি ফুৰিব পাৰে।

বাহ আৰু কণী—স্থানীয় ভাৱে ইহঁতে ডাঙৰ গছৰ ডাল

পাতেৰে বাহ সাজে। কিন্তু ইহঁতৰ আদি বাসস্থান দক্ষিণ ব্ৰহ্ম-দেশত জাক পাতি বগলীৰ দৰে ডাঙৰ গছত বাহ সাজি কণী পাৰে। কণী পৰাৰ সময় অক্টোবৰৰ পৰা ডিচেম্বৰ মাহ। কণীৰ সংখ্যা ৩টা বা ৪টা। ৰং বগা।

—O—

## শামুকখোলা বা শামুক ভঙা

ইংৰাজী—The Openbilled Stork
বৈজ্ঞানিক—Anastomus oscitans

আকৃতি-প্ৰকৃতি—বগলীতকৈ ডাঙৰ মাছ খোৱা চৰাই জাতক শামুকখোলা চৰাই বুলি আমাৰ মাজত পৰিচিত। ইহঁতৰ পাখি ৰং-বেৰঙৰ। কিছুমানৰ ডিঙিটোৰ পাখি বগা, বাকীবোৰ ক'লা। ঠোঁটৰ বৰণ সোণবৰণীয়া, ৰঙা, হালধীয়া। ঠোঁট জোঙা। শামুকখোলাৰ লগৰে আন এবিধ চৰাইৰ নাম ঘোগ। ঘোগ চৰাইৰ ঠোঁট বেজীৰ দৰে জোঙা কাৰণে বেজীয়া ঘোগ বুলি কোৱা হয়। ঠোঁটৰ আগটো সামান্য ভাজখোৱা। শামুক-খোলাৰ ঠেং হালধীয়া। গাৰ পাখিৰ বৰণ বগা আৰু ক'লা। কিছুমানৰ আকৌ ধোঁৱা বৰণীয়া। গাৰ অনুপাতে ঠেং দীঘল। প্ৰকৃতিয়ে ইহঁতক এনেভাৱে সৃজন কৰিছে যে, দ-পানীত ইহঁতে মাছ-পুঠি বিচাৰি খাই জীয়াই থাকিব পাৰে। এনে চৰাই আমাৰ দেশৰ নৈ-বিলত প্ৰায় ৪ বিধমান আছে।

বাসস্থান, বিচৰণভূমি, স্বভাৱ আৰু খাদ্য—এই চৰাইবোৰৰ কিছুমান যদিও আমাৰ নৈ-বিলত দেখা পোৱা যায়, দৰাচলতে ইহঁতৰ উত্তৰ ভাৰতহে ঘাই বাসস্থান। এই চৰাই অসমৰ পৰ্বতৰ নামনিত থকা ডাঙৰ ডাঙৰ বিলৰ পাৰৰ গছত জাক



পাতি বাস কৰে। ইহঁতৰ খাদ্যৰ ভিতৰত পৰে জোক-পোক শস্যৰ গুটি, সৰু সৰু জেঠী জাতীয় সাপ, শামুক মাছ ইত্যাদি।

বাহ আৰু কণী—বগলী, কাউৰী, পানীকাউৰীৰ দৰে একে ঠাইতে ইহঁতৰ বাহ সজা স্বভাৱ। হাবিৰ ডাঙৰ গছৰ ফেৰেঙনিত শুকান ডাল-পাত গোটাই ইহঁতে বাহ লয়। এনে কৰাৰ অৰ্থ এয়ে যে, পোৱালি ডাঙৰ হলে বিলৰ পানীৰ পৰা সহজতে মাছ-পুঠি ধৰি আনি পোৱালিক খুৱাই ডাঙৰ দীঘল কৰিব পাৰে। নৱেম্বৰ-ডিচেম্বৰ মাহত ইহঁতৰ কণী পৰাৰ সময়। কণীৰ সংখ্যা ২টাৰ পৰা ৪টা। সেউজীয়া আৰু মুগা বৰণৰ দাগ থকা।

—O—

## কামচৰাই

ইংৰাজী—The Purple Moorhen
বৈজ্ঞানিক—Porphyrio poliocephalus

আকৃতি-প্ৰকৃতি—কামচৰাই আমাৰ পোহনীয়া কুকুৰাৰ দৰে ডাঙৰ চৰাই, দেখাত ধুনীয়া। গোলাপী নীলা বৰণৰ গাৰ ৰং, ৰঙা ঠেংৰ আঙুলিও ৰঙা। ৰঙা ঠোঁট আৰু ঠোঁটৰ ওপৰত ৰঙা জ' থাকে। ফিচা চুটি। মতা-মাইকী দেখাত একে। যুৰীয়া বা জাকপাতি পথাৰত, ইকৰা-নলনিৰ মাজত বিচৰণ কৰে।

বাসস্থান, বিচৰণভূমি, স্বভাৱ আৰু খাদ্য—নলনি, ইকৰাণি পিতনি আৰু ডোবা জলাশয়ত য'ত পানীত গজা ঘাঁহ-বন অধিক সেই ঠাইত থাকি ইহঁতে ভাল পায়। পোক-পতংগ, ফৰিং, ঘাঁহ-বন শস্যৰ আগ খায়। এই কাম চৰায়ে শস্যৰ

অশেষ ক্ষতি সাধন কৰে। এই চৰাইৰ মতাটোৱে ঘোৰ পতাৰ সময়ত মুখত ঘাঁহ লৈ মাইকী কামচৰাইৰ আগত সেৱা কৰাৰ দৰে চাপৰি চাপৰি নাচে। এনে কৰাৰ অৰ্থ হ'ল, মাইকীজনীৰ মন সোণকালে আকৰ্ষণ কৰাটো। আগৰ দিনত অসমত এই চৰাই অধিক আছিল। বিল-খাল বেছি আছিল আৰু সেয়েহে এই চৰাইৰ জাকে এইবোৰ ঠাইত বং মনে বিচৰণ কৰিব পাৰিছিল। কিন্তু সময় অতিবাহিত হোৱাৰ লগে লগে এইবোৰ হাবি-বননি কমি অহাৰ পৰিপ্ৰেক্ষিতত এই চৰাইবোৰো কমি শেষত নাইকিয়া হোৱাৰ উপক্ৰম হৈছে।

বাহ আৰু কণী—জুনৰ পৰা চেপ্তেম্বৰ মাহৰ ভিতৰত ইহঁতে কণী পাৰে। ভাহি ফুৰা ডাঠ পিতনি বা ঘাঁহৰ মাজত বতাইকৰাৰ পাত গোটাই ইহঁতে বাহ সাজে। কণী ৩টাৰ পৰা ৭টা। চেলা-হালধীয়া। মাজে মাজে মুগা বা ৰঙা ৰঙৰ ফুট্‌ফুটীয়া দাগ।

এই কামচৰাই বধ কৰি আমাৰ খেতিয়কে খেতি নষ্ট কৰাৰ প্ৰতিশোধ লয়। মাংসাহাৰী লোকৰ এই চৰাই পুষ্টিকৰ আহাৰ।

—o—

## তেলীয়া সাৰেং

ইংৰাজী—The Blacknecked Stork

বৈজ্ঞানিক—Xenorhynchus asiaticus

আকৃতি-প্ৰকৃতি—প্ৰায় ১২০ চেঃ মিঃ ওখ। ই ডাঙৰ চৰাই, ডাঙৰ ক'লা ঠোঁট। উজ্বল ক'লা ৰঙৰ মূৰ আৰু ডিঙি। গাৰ তলৰ ফালে বগা, কিঞ্চিৎ ক'লা আৰু বগা ডেউকা। এইবোৰৰ দ্বাৰা সহজতে ইহঁতক চিনাক্ত কৰিব পাৰি। মতা-মাইকী প্ৰায় একে। কিন্তু মাইকীজনীৰ গাৰ পাখিৰ ৰং হালধীয়া আৰু মতাটোৰ বৰণ প্ৰায় মুগা। ডোবা-পিতনি জলাশয়ত প্ৰায় অকলশৰীয়াকৈ চৰি ফুৰে।



বাসস্থান, বিচৰণভূমি, স্বভাৱ আৰু খাদ্য—ইহঁতক ভাৰতত পাকিস্থান, শ্ৰীলংকাত আৰু ব্ৰহ্মদেশত পোৱা যায়। ইহঁতে ঘাইকৈ নৈত, বিলত আৰু ডোবা পিতনিত চৰে। সাধাৰণতে ৰাম পানীত ইহঁতক দেখা পোৱা যায়। ইহঁতে মাছৰ ওপৰতেই জী থাকে যদিও বেং, সাপ, কেঁকোৰা আদিও খায়। প্ৰায় সকলো ঠাইতেই ঘূৰি ফুৰিলেও ইহঁতৰ সংখ্যা কম, অধিককৈ পোৱা নেযায়।

বাহ আৰু কণী—আগষ্ট আৰু জানুৱাৰীৰ ভিতৰত সাধাৰণতে ইহঁতে কণী পাৰে যদিও ঠাই অনুপাতে এই সময়ৰ ব্যতিক্ৰমো হয়। পানীৰ ওচৰৰ ডাঙৰ গছত নতুবা পথাৰৰ মাজৰ গছৰ আগত ডাঙৰকৈ ঠাল-ঠেঙুলি গোটাই মাজতে কিছু দ কৰি গছৰ পাত, ঘাঁহ আদিৰে বাহ সাজি লয়। কণী ৩টাৰ পৰা ৪টা। বগা ৰঙৰ।

—o—

## সাৰস্‌ক্ৰেন (কৰ্চন)

ইংৰাজী—The Sarus Crane.

বৈজ্ঞানিক—Antigone autigone.

আকৃতি-প্ৰকৃতি—সাৰস্‌ক্ৰেন ডাঙৰ চৰাই। ইহঁতৰ ডিঙি দীঘল, গাটোৰ বৰণ বগলীৰ পাখিৰ দৰে বগা। মূৰৰ পৰা কণ্ঠলৈ ৰঙা পাখিৰ বং, ঠোঁট হালধীয়া, ঠেং ৰঙা আৰু দীঘল। ওখই প্ৰায় ডেৰ মিটাৰ। মতা-মাইকী দেখাত একে। দূৰ পথাৰত আৰু জলাশয়ত ইহঁত যোৰ যোৰকৈ চৰি ফুৰে।

বাসস্থান, বিচৰণভূমি, স্বভাৱ আৰু খাদ্য—উত্তৰ ভাৰত,

মধ্য ভাৰত, বাংলা দেশ, পাকিস্থান আৰু আমাৰ অসমৰ ডাঙৰ ডাঙৰ বিলত এই সাৰস্ ক্ৰেন চৰাই দেখা পোৱা যায়। ইহঁতে সাধাৰণতে মুকলি পথাৰত জলাশয়ৰ ওচৰত বাস কৰে। কেতিয়াবা এযোৰৰ লগত পোৱালীকো দেখা যায়। কথিত আছে, ইহঁতৰ যোৰ নেভাগে। গোটেই জীৱনতেই মতা-মাইকীয়ে একেলগে কাল কটায়। যোৰ পতাৰ সময়ত কণী পাৰিবৰ সময় হলে ইহঁতে পাখি মেলি মেলি দুয়োটাই ঘূৰি ঘূৰি নাচে। ইহঁতৰ প্ৰেম-প্ৰীতি সঁচাকৈয়ে আদৰ্শনীয়।

বাহ আৰু কণী—কণী পৰাৰ সময় জুলাইৰ পৰা ডিচেম্বৰ মাহ। বতা, ইকৰা, সৰু সৰু গছৰ ডাল, শুকান ঘাঁহেৰে ধল পানীত তল যোৱা ঠাইত বা পিতনিত ইহঁতে বাহ সাজি লয়। কণী ২টা। সেউজীয়া, ৰঙচুৱা, বগা। কেতিয়াবা মুগা বা কমলাবুলীয়া ৰঙৰ ফুটফুটীয়া দাগ থাকে। মতা-মাইকী উভয়ে বাহ ৰক্ষণা বেক্ষণ কৰে। গৰু ম'হ বা হিংস্ৰ জন্তু বাহৰ ওচৰ চাপিলে ক্ৰেৰ পাতি খেদি আহে। দুখৰ বিষয় এয়ে যে, এনে প্ৰেম-প্ৰীতিৰ নিদৰ্শন থকা সাৰস্ ক্ৰেন চৰাই আমাৰ নৈ-বিলত আজি কালি বৰকৈ দেখিবলৈ পোৱা নেযায়। এয়া সম্ভৱ আমাৰ হিংসাকুৰীয়া স্বভাৱৰ কাৰণে ঘটিছে।

—০—



# কাইঠা বা দলপুঙা

ইংৰাজী—The Bronzewinged Jacana

বৈজ্ঞানিক—Metopidius indicus.

আকৃতি-প্ৰকৃতি—কাইঠা বা দলপুঙা চৰাই একোটা আমাৰ পোহনীয়া পাৰ চৰাইৰ দৰে ডাঙৰ। চৰাইটো দেখাত ধুনীয়া। ডিঙি আৰু পেটৰ ফালে নীলা পাখিৰ ৰং, পাখি গোলাপী নীলা, মুগা ৰঙৰ ওপৰত ফুট্‌ফুটিয়া দাগ। ঠোঁটটো কিঞ্চিৎ হালধীয়া। চকুৰ পিৰিঠিৰ ওপৰত দীঘলীয়াকৈ বগা পটি থাকে।



গাৰ অনুপাতে ঠেং আৰু ঠেঙৰ আঙুলি দীঘল। মতা-মাইকী দেখাত একে। অকলে বা জাকপাতি ঘৰৰ ওচৰৰ পুখুৰী, বিলত পদুম, ভেট, শিঙৰী থকা ঠাইত ইহঁতক অধিকৈ দেখিবলৈ পোৱা যায়। নোজোকালে বা আমনি নকৰিলে নিভয়ে মানুহৰ

ওচৰতে চৰি থাকে ।

বাসস্থান, বিচৰণভূমি, স্বভাৱ আৰু খাদ্য—পশ্চিম ৰাজস্থানৰ বাহিৰে ভাৰতৰ সকলো ঠাইতেই ইহঁতক লগ পোৱা হয় । ব্ৰহ্মদেশতো আছে, বাংলা দেশ.তা আছে কিন্তু শ্ৰীলংকাত এই চৰাই নাই । এই সৰু চৰাই জাতে পদুম, শিঙৰিৰ পাতৰ ওপৰেৰে খোজ কাঢ়ি ফুৰিব পাৰে । কামচৰাই ইহঁতৰ সঙ্গী । আৱশ্যক হলে ইহঁতে সাতুৰিবও পাৰে । ডুব মাৰিবও পাৰে । খাদ্যৰ ভিতৰত শস্যৰ গুটি, মূল, পানীত গজা সৰু সৰু পুণী, পোক-পতংগ, ফৰিং আদি খাই জীৱন নিৰ্বাহ কৰে ।

বাহ আৰু কণী—জুন আৰু চেপ্তেম্বৰ মাহৰ ভিতৰত ইহঁতে কণী পাৰে । হাবি-বনৰ ঘাঁহ গোটাই বাহ বান্ধে । কণী ৪টা । উজ্বল মুগা ক'লা বৰণৰ । পদুম, ভেট ফুলৰ মাজত ইহঁতে চৰি ফুৰিলে বৰ ভাল দেখি ।

—০—

## দল ম'ৰা

ইংৰাজী—The Pheasant-tailed Jacana
বৈজ্ঞনিক—Hydrophasianus chirurgus

আকৃতি-প্ৰকৃতি—এই চৰাই কাইঠা চৰাইৰ লগতে চৰি ফুৰে । এই চৰাইৰ বিশেষত্ব হ'ল এয়ে যে, মতা কুকুৰাৰ ফিচাত থকাৰ দৰে ফিচাত দীঘল পাখি থাকে আৰু এই পাখি আগৰ ফালে ক্ৰমাগত ভাৱে ভাঁজখোৱা । ঠোঁটটো ধোঁৱা বৰণীয়া, জোঙা । মূৰৰ ওপৰত ওৰণিৰ দৰে হালধীয়া পাখিৰ আৱৰণ । ডেউকাৰ পাখি আংশিকভাৱে বগা বৰণৰ । ইয়াৰ বাহিৰে মটীয়া বৰণৰ পাখিৰে গাটো ঢাকখোৱা । ঠেং গাৰ অনুপাতে দীঘল কিন্তু আঙুলিবোৰ আৰু দীঘল । মতা-মাইকী দেখাত একে । অকলশৰে বা জাককুমাকৈ পুনী, দলনি ঘাঁহ-বন গজা পুখুৰী বা বিলত চৰি ফুৰে ।



বাসস্থান, বিচৰণভূমি, স্বভাৱ আৰু খাদ্য—ভাৰতৰ সকলো ঠাইতেই এই পখী দেখিবলৈ পোৱা যায় । কাশ্মীৰৰ ভৈয়াম অঞ্চলত, বঙ্গদেশত, পাকিস্থানত আৰু শ্ৰীলংকাতো পোৱা যায় । বিল-পুখুৰীত থকা পোক-পৰুৱা, শস্যৰ আগ আদি খাই ইহঁতে জীৱন ধাৰণ কৰে ।

বাহ আৰু কণী—জুনৰ পৰা চেপ্তেম্বৰ মাহৰ ভিতৰত ইহঁতে কণী পাৰে । ঘাঁহ-বন গোটাই দলপুঙা চৰাইৰ দৰে বাহ সাজে । কেতিয়াবা পদুম, ভেট আৰু শিঙৰিৰ পাতৰ ওপৰতো ইহঁতে কণী পাৰে । গাৰ ওজন কম হোৱাৰ বাবেই ইহঁতে সহজতে পাতৰ ওপৰে ওপৰে খোজকাঢ়ি ফুৰিব পাৰে । কণী ৪টা । উজ্বল সেউজীয়া, মটীয়া-মুগা । এই ধুনীয়া চৰাইকো আমাৰ মানুহে ধৰিব পাৰিলে বধ কৰি খায় । গতিকেই ইহঁতৰ সংখ্যাও দিনে দিনে কমি আহিছে ।

—০—

## বালি ঘোঁৰা

ইংৰাজী—The Red-wattled Lapwing
বৈজ্ঞানিক—Labivanellus indicus

আকৃতি-প্ৰকৃতি—বালি ঘোঁৰা চৰাইৰ ঠেং দীঘল । গাটো একোটা পাৰ চৰাইৰ সমান । ঠেং হালধীয়া । গাৰ তলৰ ফালে মূৰৰ পৰা ফিচালৈ বগা বৰণৰ পাখি, পাখিৰ ওপৰৰ ৰং কমলা-বুলীয়া । ঠোঁটটো ৰঙা আৰু চকুৰ চাৰিওফালেও ৰঙা বৰণৰ পটি । আন চৰাইৰ দৰে ইহঁতেও সময়ত কেনিবা যায়গৈ ।

বাসস্থান, বিচৰণভূমি, স্বভাৱ আৰু খাদ্য—মুকলি ঠাইত,

হালবোৱা খেতি পথাৰত, চৰণীয়া পথাৰত, নৈৰ বালিচৰত আৰু পুখুৰী আদিৰ পাৰতো ইহঁতে বিচৰণ কৰে। হাবি-বননিৰ মাজৰ বিল-খালতো থাকে। ইহঁতে টিহিটি টিট্, টিহিটি টিট্‌কৈ উৰোতে বা ভয় খালে বৰ ডাঙৰকৈ চিঞৰে। বালিচৰত পানী যুঁৱলিত খোজকাঢ়ি ফুৰে। ইহঁতৰ প্ৰধান খাদ্য হ'ল পোক-পৰুৱা, ফৰিং আদি।

বাহ আৰু কণী—কণী পৰাৰ সময় মাৰ্চৰ পৰা আগষ্ট মাহৰ ভিতৰত। কণী ৪টা। ক'লা-মটীয়া, বগা-মুগা। ক'লা ফুট্‌ফুটীয়া দাগ থকা। ইহঁতে মাটীৰ ওপৰত সামান্য গাঁত কৰি কণী পাৰে। বালিচৰত সৰু সৰু শিলগুটি কণীৰ চাৰিওফালে দি উমনি লয়। এনে কৰাৰ কাৰণে ইহঁতৰ কণী বা বাহ মানুহৰ চকুত ধৰা নপৰে।

এই চৰাইৰ ডেউকাৰ আগত জোঙা নখৰ দৰে এডাল হাড় ওলাই থাকে। এই হাড়ডাল ইহঁতে আত্মৰক্ষাৰ সময়ত ব্যৱহাৰ কৰে। এই সৰু হাড়ডাল জোঙাল আৰু চোকা।

—O—

## লৰিয়লি

ইংৰাজী—The Little Ringed Plover

বৈজ্ঞানিক—Charadrius dubius

আকৃতি-প্ৰকৃতি—এই লৰিয়লি চৰাই একোটা বতা চৰাইৰ সমান ডাঙৰ। ইহঁতৰ ঠোঁট জোঙা, দীঘলীয়া। পেটৰ ফালে ফিচালৈ বগা ৰঙৰ পাখিৰে ভৰা। মূৰৰ পৰা ফিচালৈ মূৰ, ডিঙি, ডেউকাৰ বং মটিয়া-মুগা। মাজে মাজে বগা ফুট্‌ফুটীয়া দাগ থকা চুটি ৰেখা।



বাসস্থান, বিচৰণভূমি, স্বভাৱ আৰু খাদ্য—ভাৰতৰ সকলো ঠাইতেই এই লৰিয়লি চৰাইক লগ পোৱা হয়। পাকিস্থান, বাঙ্গলাদেশ, শ্ৰীলংকা আৰু ব্ৰহ্মদেশতো আছে। গ্ৰীষ্মকালত ইহঁত কেনিবা যায়'গ। মতা-মাইকী দেখাত একে। অকলে বা সৰু জাকপাতি নৈৰ বালিচৰত বা বিলৰ বাম ঠাইত ইহঁতে চৰি ফুৰে। উৰি যাওঁতে 'টী-টী-টী' বুলি মাত মাতি উৰে।

বাহ আৰু কণী—কণী পৰাৰ সময় মে-জুন মাহ। নৈৰ বালিচৰত সামান্য গাঁত কৰি ঘাঁহ-পাত গোটাই ইহঁতে বাহত কণী পাৰে। কণীৰ সংখ্যা ৪টা। হালধীয়া, মটীয়া নাইবা ধোঁৱা বৰণীয়া। ৰঙা মুগা ৰঙৰ ফুট্‌ফুটীয়া দাগ থকা।

ইহঁত ইমান সৰু যে, মানুহে মাৰি খালেও পেট নভৰে। এই কণমানি চৰায়ে মানুহৰ উপকাৰো নকৰে, অপকাৰো নকৰে। কিন্তু আমাৰ চকুৰ খোৰাক যোগায়। নৈ-বিলৰ চৰত ইহঁত উৰি ফুৰা দেখিলে মনত আনন্দ পোৱা যায়।

—O—

## চেৰেকা চৰাই

ইংৰাজী—The Curlew

বৈজ্ঞানিক—Numenius arguata

আকৃতি-প্ৰকৃতি—চেৰেকা চৰাই বা 'স্নাইপ' চৰাই চিকাৰৰ চৰাই। এই চৰাই চিকাৰ কৰে। এই চেৰেকা চৰাইৰ ঠোঁটটো দীঘল, গা মাটিয়া বৰণৰ। বগা পাখিৰ ওপৰত সৰু সৰু মুগা মাটিয়া ৰঙৰ চুটি চুটি পাতি গাত আগুৰি থাকে। ফিচা চুটি। চেৰেকা চৰাইক ইয়াৰ দীঘল ঠোঁটৰ কাৰণে সহজতে

চিনাক্ত কৰিব পাৰি। মতা-মাইকী দেখাত প্ৰায় একে। অকলশৰীয়াকৈ বা সৰু সৰু দলত ইহঁত বিভক্ত হৈ বিশেষকৈ নৈৰ পানী ঘূৰলিত চৰি ফুৰে। অসমত ৩/৪ বিধৰ আৰু ভিন্ ভিন্ আকাৰৰ চেৰেকা চৰাই দেখিবলৈ পোৱা যায়।

বাসস্থান, বিচৰণভূমি, স্বভাৱ আৰু খাদ্য—ভাৰতৰ সকলো ঠাইতেই ইহঁতক দেখিবলৈ পোৱা যায়। পাকিস্থান, শ্ৰীলংকা আৰু ব্ৰহ্মদেশতো আছে। হিমালয় পৰ্বতৰ পাদদেশত, কাশ্মীৰত ইহঁতৰ স্থায়ী বাসস্থান। শৰৎ কালত ইহঁতে এই ঠাইৰ পৰাই ভ্ৰমণত বাহিৰ হয়। চেপ্তেম্বৰ মাহত ওলাই এপ্ৰিল মাহত ঘূৰি যায়গৈ। বিলৰ দলনি পিতনিত, পথাৰৰ ঘাঁহনিৰ মাজত এই চেৰেকা চৰাই সঘনে লগ পোৱা হয়। এই চৰায়ে ক্ষীপ্ৰ গতিত ঠেকাঠেকিকৈ উৰে। ভাল নিচানৰ চিকাৰীয়েহে এই চেৰেকা চৰাই বধ কৰিব পাৰে।

বাহ আৰু কণী—কণী পৰাৰ সময় মে-জুন। ঘাঁহনি পিতনিৰ মাজত সামান্য গাঁত কৰি ইহঁতে পাতেৰে বাহ সাজে। কণী ৫টা ভিন্ ভিন্ ৰঙৰ। হালধীয়া, ধোঁৱাবৰণীয়া, মটীয়া সেউজীয়া তাৰ ওপৰত মুগা বা ক'লা ৰঙৰ দাগ থকা।

—০—



# ডাউক

ইংৰাজী—Whitebreasted Waterhen
বৈজ্ঞানিক—Amaurornis phoenicurus.

আকৃতি-প্ৰকৃতি—ডাউক এটা ডবিক চৰাইৰ সমান ডাঙৰ। ডাউক চৰাইৰ মূৰৰ পৰা ফিচালৈ তলৰ ফালে বগা। ফিচা চুটি। মূৰৰ ওপৰৰ ফালে ফিচালৈ সেউজীয়া ধোঁৱাবৰণীয়া আৰু নীলা বৰণৰ বোল। ঠেং দুখন দীঘল। ঠোঁটটো কিঞ্চিৎ হালধীয়া। কপালত ৰঙা জ'। চকু ডাঙৰ। মতা-মাইকী একে চিনিব নোৱাৰি। অকলে বা যোৰ পাতি ডোবা পিতনিত জেকা ঠাইৰ ওচৰত বতা-ইকৰাণি জোপোহা হাবিত ইহঁতে বাস কৰে।

বাসস্থান, বিচৰণভূমি স্বভাৱ আৰু খাদ্য—হিমালয়ৰ পাদদেশলৈকে ভাৰতৰ সকলো ঠাইতেই ইহঁতক লগ পোৱা হয়। পাকিস্থান, শ্ৰীলংকা, ব্ৰহ্মদেশ, আন্দামান নিকোবৰ দ্বীপপুঞ্জতো এই চৰাইৰ বাস। গ্ৰীষ্ম কালত বৰষুণ পৰাৰ লগে লগে ইহঁতে হাবিৰ পৰা ওলাই বোকা-জেকা পথাৰত চৰে। সাধাৰণতে ইহঁতে লাজকুৰীয়া স্বভাৱৰ। কোৱা-কুকৰে মাতি ৰাতিপুৱা গধূলি কোলাহল কৰি থাকে। এনে কৰাৰ কাৰণ হ'ল, ইহঁতৰ যোৰ পতাৰ সময়। পোক-পতংগ, শস্যৰ গুটি, ধান আৰু জলাহত গজা সৰু সৰু ঘাঁহনিৰ আগ ভক্ষণ কৰে।

বাহ আৰু কণী—জুনৰ পৰা অক্টোবৰ মাহৰ ভিতৰত ইহঁতে কণী পাৰে। পানীৰ ওচৰত লতা পাতৰ ডালেৰে ইহঁতে বাহ সাজে। কণী ৬টাৰ পৰা ৭টা। মাখন ৰঙৰ বা গোলাপী বগা। ৰঙচুৱা মুগা বৰণৰ ফুট্‌ফুটীয়া দাগ থকা।

এই ডাউক চৰাই আমাৰ গাওঁৰ ওচৰৰ জোপোহা হাবিত পথাৰৰ ধানৰ মাজত ঘূৰি ফুৰে।

—০—

## ঢোৰা কাউৰী

ইংৰাজী—The Jungle Crow
বৈজ্ঞানিক—Corvus macrohynchos

আকৃতি-প্ৰকৃতি—আমাৰ দেশৰ সকলো ঠাইতেই কাউৰী দেখিবলৈ পোৱা যায়। কাউৰী চিনি নোপোৱা লোক বোধহয় আমাৰ মাজত নাই। কাউৰী দুই জাতৰ। এবিধৰ নাম ঢোৰা কাউৰী আৰু আনবিধৰ নাম পাতিকাউৰী। ঢোৰা কাউৰীৰ বৰণ ক'লা-নীলা, পাতি কাউৰীৰ বৰণ ক'লা-ধোঁৱা বৰণীয়া। উভয়ৰে ঠোঁট ডাঠ, জোঙা। ঢোৰা কাউৰীৰ সংখ্যা পাতি কাউৰীৰ তুলনাত কম। দুয়োজাতেই কোঢ়াল কৰি গাওঁ আৰু নগৰৰ মাজত ঘূৰি ফুৰে। ইহঁতে মানুহৰ ঘৰৰ ওচৰ-পাজৰে থাকি গেলা-পচা বস্তু মৰা শ খাই পৰিবেশ নিকা কৰি ৰাখে।

বাসস্থান, বিচৰণভূমি, স্বভাৱ আৰু খাদ্য—ইহঁত ভাৰতৰ সকলো ঠাইতেই বিদ্যমান। পাকিস্থান, ব্ৰহ্মদেশ, আৰু শ্ৰীলংকাতো কাউৰী আছে। ইহঁতে মুকলি ঠাইত আৰু মানুহৰ আশে-পাশে বাস কৰে। কাউৰী বৰ টেঙৰ। ইহঁতৰ খোৱা খাদ্যৰ বাচ-বিচাৰ নাই। যি আগত পৰে তাকেই খায়। ইহঁতে জাকপাতি থাকে আৰু সামান্য কাৰণতেই কোঢ়াল কৰি ভাল পায়। আমাৰ পুৰণি চামৰ মানুহে কাউৰীয়ে মতা সময় নিৰূপণ কৰি মঙ্গল চাইছিল। এই কাউৰী গভীৰ জঙ্গলৰ মাজত নেথাকে যদিও পাহাৰৰ দাঁতিকাষৰীয়া ঠাইত বিচৰণ কৰে। হাঁহ, কুকুৰাৰ পোৱালি আৰু আন আন সৰু চৰাইৰ পোৱালিও চুৰি কৰি খায়। কাউৰীৰ স্বভাৱ হিংসাকুৰীয়া।

বাহ আৰু কণী—সাধাৰণতে এই কাউৰীয়ে এপ্ৰিলৰ পৰা জুন মাহৰ ভিতৰত কণী পাৰে। গছৰ শুকান ডাল গোটাই তাৰ ওপৰত পাখি, জৰী আদিৰে বাতিৰ আকাৰত ঘূৰণীয়াকৈ



বাহ সাজি কণী পাৰে। কণী 4টা বা ৫টা। ঢেলা-নীলা, সেউজীয়া। মাজে মাজে মুগা বৰণৰ ফুট্‌ফুটীয়া দাগো আছে। মতা-মাইকী উভয়ে কণীত উমনি দিয়ে। এই কাউৰীৰ বাহত কুলি চৰায়ে মনে মনে কণী থৈ যায় আৰু এই কণী ফুটি পোৱালি জগিলে কুলি চৰাইৰ পোৱালিয়ে মাকৰ লগ লয়।

কাউৰীৰ বিষয়ে আমাৰ জনসমাজত বহুতো সাধুকথা আছে। ইহঁতে ৰাতিপুৱাই কা-কা-কা কৰি আমাক জগাই দিয়ে। কাউৰীৰ দৃষ্টিশক্তি প্ৰখৰ আৰু সেয়েহে বহু দূৰৈৰ পৰা শ আদি দেখি লগৰ সকলোকে জান দি ভক্ষণ কৰে।

—O—

## কোক্‌লোঙা, কলাখাতী

ইংৰাজী—The Tree Pie
বৈজ্ঞানিক—Dendrocitta vugabunda

আকৃতি-প্ৰকৃতি—কোক্‌লোঙা স্বভাৱত কাউৰীৰ দৰে হলেও আকৃতি কাউৰীৰ দৰে নহয়, সৰু আৰু দীঘলীয়া। বিশেষত্ব হ'ল এয়ে যে, ফিচাখন দীঘল প্ৰায় ১ ফুট। কাউৰীৰ দৰেই ঠোঁটৰ, আগটো অলপ জোঙা। ডেউকাত বগা-ক'লা বৰণৰ পাখি। মূৰৰ পৰা ডিঙিলৈ ধোঁৱা বৰণৰ পাখি থকা। পেটৰ পৰা ফিচালৈ মুগা বৰণ। ফিচাখন বগা আৰু ক'লা পটীয়াপটি ৰং থকা।

বাসস্থান, বিচৰণভূমি, স্বভাৱ আৰু খাদ্য—ইহঁতৰ বাসস্থান হ'ল গছ-গছনি থকা হাবি-বননি। ভাৰতৰ সকলো ঠাইতে ইহঁতক লগ পোৱা হয়। এই চৰাই পাকিস্থান আৰু ব্ৰহ্মদেশতো আছে কিন্তু শ্ৰীলংকাত নাই। ঘৰৰ চৌহদত আৰু ফলৰ বাগি-চাত ইহঁতে বিচৰণ কৰি ফুৰে। ইহঁতৰ ফিচাখনৰ কাৰণেই দূৰৈৰ পৰা সহজে চিনিব পাৰি। ইহঁতে ডাঙৰ ডাঙৰকৈ চেক্-

চেকাই চিয়ঁৰে। ইহঁতো কাউৰীৰ দৰে ঘি পায় তাকেই খোৱা বিধৰ। ঘাইকৈ ফল, পোক-পৰুৱা, জেঠি, বেং, কেৰেলুৱা আদি ইহঁতে ভক্ষণ কৰে। আন আন চিকাৰী চৰাইৰ মাজত ইহঁতকো দেখা পোৱা যায়। সৰু চৰাইৰ পোৱালি বাহৰ পৰা চুৰি কৰি ভক্ষণ কৰে।

বাহ আৰু কণী—মাৰ্চ মাহৰ পৰা মে মাহৰ ভিতৰত ইহঁতে কণী পাৰে। বাহ সজাৰ পদ্ধতি কাউৰীৰ দৰে হলেও ইহঁতৰ বাহত অধিক পৰিমাণে কাঁইটীয়া গছৰ ডাল থাকে আৰু ইহঁতে গছৰ আগত পাতৰ আঁৰত বাহ লৈ ভাল পায়।

—o—

## মাছৰোকা

ইংৰাজী—The Common Kingfisher, The Pied Kingfisher, The Whitebreasted Kingfisher, Blackcapped Kingfisher, The Brownheaded Storkbilled Kingfisher,

বৈজ্ঞানিক—Alcedo atthis, Ceryle rudis, Haleyon smyrnensis, Halcyon pileata, Ramphaheyon capensis.

আকৃতি-প্ৰকৃতি—আমাৰ মাজত এষাৰ কথা প্ৰচলিত আছে যে সকলো চৰাইয়ে মাছ খায় মাছ ৰোকাৰ নাম হয়? কথাষাৰ সঁচা। মাছৰ ওপৰত বহু চৰাই বৰ্তি থাকিলেও মাছৰোকাৰহে বদনাম হয়। এই চৰাইৰ ঠোঁট দীঘল আৰু টান। আমাৰ দেশত এই চৰাই প্ৰায় ৫ বিধমান আছে। প্ৰত্যেকৰে গাৰ ৰং, ফিচাৰ আকৃতি ভিন্ ভিন্। গাত পিঠিৰ ওপৰত নীলা ৰং,



বুকুত আৰু চকুৰ ওপৰত মুগা। ডিঙিৰ ঠিক তলতেই বগা বৰণ থকা মাছৰোখাই সাধাৰণতে আমাৰ নৈ-বিল-খাল, পুখুৰী খেতি পথাৰৰ হোলাত পানীৰ ওপৰেৰে উৰি উৰি মাছ পুঠি দেখিলে থাপ মাৰি লৈ গৈ গছৰ ডালত বহি খায়।

বাসস্থান, বিচৰণভূমি, স্বভাৱ আৰু খাদ্য—ভাৰতৰ সকলো জলাশয়ত ইহঁতক লগ পোৱা হয়। ব্ৰহ্মদেশ, শ্ৰীলংকা আৰু পাকিস্থানতো আছে। নৈ বিলৰ ওচৰত মাছ থকা ঠাইত ইহঁতে বিচৰণ কৰে। ইহঁতৰ প্ৰধান খাদ্য হ'ল মাছ, লালুকী আৰু পানীৰ পোক-পৰুৱা।

বাহ আৰু কণী—এই মাছৰোকা চৰায়ে নৈ পাৰৰ ওখ গৰাত গাত খান্দি বাহ লয়। কণী ৫টাৰ পৰা ৭টা। শুধ বগা, ঘূৰণীয়া। মতা-মাইকী উভয়ে বাহত কণীৰ ওপৰত উমনি দিয়ে।

—o—

## ফেঁচা, হুদু

ইংৰাজী—The Screech owl, The Brown Fish Owl, The Indian Great horned Owl, The Collared scops Owl, The Spotted Owlet. The Borred Jungle Owlet.

বৈজ্ঞানিক—Tyto alba, Ketupa zeylonensis, Bubo fubo, Otus bakkamoena, Athene brama, Glaucidium radiatum,

আকৃতি-প্ৰকৃতি—ফেঁচা-হুদু নিশাচৰ জীৱ। দিনত ইহঁতে গছৰ খোৰোঙত শুই থাকে, ৰাতিহে খাদ্যৰ অন্বেষণত বাহিৰ হয়। ফেঁচাৰ চকু ডাঙৰ, নাক বা ঠোঁটটো ঠিক মানুহৰ দৰে আকৃতিৰ, অৱশ্যে ভোটা। সেয়েহে ফেচাঁ নাকৰ বাবে ইহঁতক

ফেঁচা বুলি কোৱা হয়। ফেঁচা কেইবাবিধৰো আছে। দোভাগ ৰাতি বৰ ভয় লগাকৈ হুদুৱে মাতে। এই হুদুও ফেঁচাৰ বংশধৰ ইহঁতৰ গাৰ পাখিবোৰৰ ৰং মুগা-মটীয়া। ফিচা চুটি। চকুত ৰাতি এন্ধাৰত দেখা পোৱা শক্তি থকা কাৰণেই ৰাতি আহাৰ বিচাৰি ঘূৰি ফুৰে। কিছুমানৰ ঠেংৰ আঙুলিলৈকে মোজা পিন্ধাৰ দৰে পাখি থাকে। এই ফেঁচা হিন্দু সম্প্ৰদায়ৰ ধনৰ অধিষ্ঠাত্ৰী লক্ষ্মী দেৱীৰ বাহন। বৰ হুদু আৰু কোকুৰীয়া হুদু বুলি দুবিধ হুদু আছে। বৰহুদু (Great horned Owl) আৰু কোকুৰীয়া হুদু Screech Owl)

বাসস্থান, বিচৰণভূমি স্বভাৱ আৰু খাদ্য—ভাৰতৰ সকলো ঠাইতেই ইহঁতক লগ পোৱা হয়। তদুপৰি পাকিস্থান, শ্ৰীলংকা আৰু ব্ৰহ্মদেশতো আছে। ইহঁতে ডাঠ হাবিৰ বাহিৰে সকলোতেই বিচৰণ কৰে বিশেষকৈ মানুহৰ ঘৰৰ চৌহদৰ আশে-পাশে ইহঁতে বাস কৰে। ইহঁতৰ ঘাই খাদ্যৰ ভিতৰত পোক-পৰুৱা, নিগনি চৰাইৰ পোৱালি আৰু জেঠি।

বাহ আৰু কণী—সাধাৰণতে ইহঁতে গছৰ ধোন্দত বাহ লয় যদিও জন-মানৱশূণ্য পুৰণি ঘৰৰ চালত, আতাল বা চিলিঙত, বেৰৰ কেৰেপাত বাহ লয়। কণী পৰাৰ সময় নবেম্বৰৰ পৰা এপ্ৰিলৰ মাহ। কণীৰ সংখ্যা ৩টা বা ৪টা। বগা, সামান্য ঘূৰণীয়া। মতা-মাইকী উভয়ে কণীত উমনি দি পোৱালি জগায়।

—O—



## শগুণ

ইংৰাজী—The King Vulture Bengal Vulture, The white Scavenger Vulture.

বৈজ্ঞানিক – Sargogyps calvus, Pseudogyps bengalensis Neophron perenopterus.

আকৃতি-প্ৰকৃতি—কাউৰীৰ দৰে শগুণো আমাৰ দেশত সাধাৰণতে দেখা পোৱা চৰাই। এই শগুণ তিনি বিধ। দুবিধ সচৰাচৰ দেখা পোৱা যায়, তৃতীয়বিধ উত্তৰ ভাৰতত্হে আছে। তামুলী শগুণ আৰু পাতি শগুণ আমাৰ গাওঁ নগৰৰ আশে পাশে থাকে। শগুণৰ পাখি ক'লা ধোঁৱাবৰণীয়া। তামুলী শগুণৰ মূৰ, ডিঙি, ঠেং ৰঙা। ঠোঁট টান আৰু আঁকোৰা। ফিচা চুটি, থোপোকা। এই শগুণ নথকাহেঁতেন যে, আমাৰ মানুহৰ কিমান দুৰ্গতি হ'লহেঁতেন সেই কথা কোৱাৰ দৰ্কাৰ নাই। ইহঁতে মৰা শ খাই মানুহৰ স্বাস্থ্য অটুত ৰাখে। এই শগুণে আকাশৰ বহু ওপৰত জাক পাতি উৰে। তদুপৰি শ ভক্ষণ কৰি জাকে জাকে নৈত গা ধুই ৰ'দত পাখি মেলি পাখি ৰ'দায়। ইহঁতৰ মতা-মাইকী চিনিব নোৱাৰি।

বাসস্থান, বিচৰণ ভূমি, স্বভাৱ আৰু খাদ্য—ভাৰতৰ সকলো ঠাইতেই শগুণ পোৱা যায়। পাকিস্থান ব্ৰহ্মদেশতো আছে।

বাহ আৰু কণী—গাঁৱৰ ওচৰৰ নৈ পাৰৰ ওখ গছত বিশেষকৈ শিমলু, আঁহত, চতিয়ান, তেতেলি আদি গছত শগুণে বাহ লয়। বাহৰ সমল হ'ল, কেইডালমান গছৰ শুকান ডাল। কণী পৰাৰ সময় অক্টোবৰৰ পৰা মাৰ্চ মাহলৈ। কণীৰ সংখ্যা এবাৰত এটাহে। ৰং বগা। মাজে মাজে মুগা ৰঙৰ দাগ থকা।

—O—

## শেন, চিলনী, বাজ

ইংৰাজী—The Lagger Falon, The Redheaded Merlin, The Kestrel, The Brahminy Kite, The Common Pariah Kite, The Black winged Kite.

বৈজ্ঞানিক—Falco jugger, Falco chiquera, Falco tinnunculus, Haliaster indus, Milvus migrans, Elenus caeruleus.

আকৃতি-প্ৰকৃতি—শেন, চিলনী, বাজ পখী এক গোত্ৰৰ অৰ্থাৎ ইহঁত সকলোটিয়েই দস্যু। ডকা-হকা দি সৰু সৰু নিশকতীয়া চৰাইক পিছে পিছে খেদি মাৰি খাই জীৱন নিৰ্বাহ কৰে। ইহঁত ঘাইকৈ মাংসাহাৰী হলেও মাছ-পুঠিও নেৰে। এনে পখীয়ে আমাৰ গাওঁ-নগৰৰ ওচৰে-পাজৰে ঘূৰি ফুৰে আৰু সুবিধা পালেই হাঁহ, কুকুৰাৰ পোৱালি থাপ মাৰি লৈ গৈ ভক্ষণ কৰে। এই জাত পখী ৫ বিধমান আছে। চিলনী পখীৰ ঠোঁট চুটি আকোৰা শক্তিশালী। সেয়েহে এই ঠোঁটেৰে কোনো চিকাৰ কৰিলে সহজতে ওলাই যাব নোৱাৰে। কেতবোৰ ঠেঙৰ আঙুলিলৈকে ঘন পাখি থাকে। ঠেঙৰ আঙুলিৰ নখ চোকা আৰু বেকা। কোনো বস্তু খামোচ মাৰি ধৰিলে এৰাই যাব নোৱাৰে। কিছুমান চিলনীৰ মূৰৰ পৰা ডিঙিলৈ বগা ৰঙৰ আবৰণ থাকে। পাখি ৰঙা ক'লা। কিছুমানৰ আকৌ পাখিৰ ৰং চকলেট ধোঁৱা-বৰণীয়া। কিছুমান চিলনীৰ পাখি বগা। ঠেঙৰ ৰং হালধীয়া। বাজপখীৰ বুকু ৰঙচুৱা বৰণৰ, তাৰ ওপৰত পথালিকৈ বগা ৰঙৰ চুটি চুটি দাগ। পাখি ধোঁৱাবৰণীয়া। চিকাৰী পখী কাৰণেইনেকি এই চৰাইবোৰে ক্ষিপ্ৰ গতিত উৰিব পাৰে। চকু তীক্ষ্ণ। চিকাৰৰ সন্ধান পালে দূৰৈৰ পৰা আহি থাপ মাৰি লৈ



যায়।

বাসস্থান, বিচৰণভূমি, স্বভাৱ আৰু খাদ্য—ভাৰতৰ সকলো ঠাইতেই এই চিলনী, বাজ পখী পোৱা যায়। ব্ৰহ্মদেশ, শ্ৰীলংকা আৰু পাকিস্থানতো আছে। ইহঁতৰ প্ৰধান খাদ্যৰ ভিতৰত আৱৰ্জনাৰ কেচু কুমটি, উঁই পৰুৱা, জেঠি, নিগনি, নিশকতীয়া চৰাই আৰু চৰাই পোৱালি। এই চৰাইও যি পায় তাকে খোৱা বিধৰ।

বাহ আৰু কণী—ওখ গছৰ ডালত ডাল, ৰচী, তাঁৰ, বাঁহ পাতেৰে বাহ সাজি লৈ ইহঁতে কণী পাৰে। কণীৰ সংখ্যা ২টাৰ পৰা ৪টা। গোলাপী বগা, মাজে মাজে মুগা বৰণৰ ফোঁট। মতা-মাইকী উভয়ে কণীত উমনি দি পোৱালি জগাই প্ৰতিপালন কৰে।

—o—

## ঈগল, কুৰুৱা

ইংৰাজী—The Tawny Eagle, The Short-toed Eagle, The Crested serpeut Eagle, The Crested Hawk Eagle, Ringtailed Fishing Eagle.

বৈজ্ঞানিক—Aquila rapax, Circaetus gallicus, Spilurunis chula, Spizaetus cirhatus Haliaetus leucoryphus.

আকৃতি-প্ৰকৃতি—ঈগল চৰাই চৰাইৰ ভিতৰত বলী। এই চৰায়ে কেৱল চিকাৰৰ ওপৰত নিৰ্ভৰ কৰি চলে। ঠোঁট আঁকোৰা টান। চকু তীক্ষ্ণ আৰু ক্ষিপ্ৰ বেগে উৰিব পাৰে। আমাৰ ৰাজ্যত সাধাৰণতে দুবিধ ঈগল দেখিবলৈ পোৱা যায়। তাৰে এবিধৰ

নাম মাছখোৱা কুৰুৱা-ঈগল। আন বিধ হ'ল সাপকটা বা সাপ খোৱা ঈগল। এই সাপ কটা ঈগল দেখাত বৰ ধুনীয়া। মূৰৰ ওপৰত খোপা থাকে। ঠোঁটৰ গুৰি আৰু ঠেং হালধীয়া ৰঙৰ। চকুত মুগা বৰণৰ পাখিৰ ওপৰত বগা বৰণৰ ফুট্‌ফুটীয়া দাগ। ফিচা বগা-কলা পটিয়াপটি। ডেউকাৰ ওপৰত মুগা-ক'লা ৰঙৰ বোল। মাছ খোৱা ঈগল বা কুৰুৱাৰ মূৰৰ পৰা ডিঙিলৈ বগা পাখিৰ আবৰণ আছে। গাৰ পাখি ধোঁৱাবৰণীয়া ক'লা। ফিচা আৰু ঠেঙৰ ৰং বগা পাতলীয়া।

বাসস্থান, বিচৰণভূমি, স্বভাৱ আৰু খাদ্য—এই ঈগল চৰাই আমাৰ নৈ-বিলৰ কাষত দেখা পোৱা যায়। পাকিস্থান আৰু ব্ৰহ্মদেশতো আছে। কুৰুৱাই ওপৰৰ পৰা মাছ থাপ মাৰি লৈ যায়। সাপকটা ঈগলে সাপ খায়। খাদ্য—মাছ, সাপ, এন্দুৰ-নিগনি কেঁকোৰা, এনেকি কেৰেলুৱাও নেৰে। এই ঈগল হ'ল দস্যুৰ চৰ্দাৰ। ইহঁতে আন আন চৰাইৰ মুখৰ পৰাও আহাৰ কাঢ়ি খায়। সাগৰৰ ঈগল চৰাই কেৱল বলীয়েই নহয়, ইহঁতে শ শ মাইল দূৰ সাগৰৰ আকাশৰ ওপৰত উৰি ফুৰিব পাৰে। অসমৰ জাতীয় প্ৰতীক যেনেকৈ গ'ড়, আমেৰিকাৰ জাতীয় প্ৰতীক ঈগল চৰাই।

বাহ আৰু কণী—কণী পৰাৰ সময় নৱেম্বৰৰ পৰা মাৰ্চ মাহলৈ। পানীৰ ওচৰৰ অকলশৰীয়া ডাঙৰ গছত গছৰ সৰু ডালেৰে ইহঁতে বাহ সাজি কণী পাৰে। কণীৰ সংখ্যা ৩টা। বগা ৰঙৰ। মতা-মাইকী উভয়ে কণীত উমনি দি পোৱালি জগায়। আন আন চৰাইৰ দৰে এই ঈগল চৰাইও আমাৰ দেশৰ নৈ বিলৰ পৰা নাইকিয়া হৈ যাবলৈ ধৰিছে।

—o—



## ফেঁচু, ভীমৰাজ

ইংৰাজী—The Black Drongo, The Whitebellied Drongo, The Racket-tailed Drongo.

বৈজ্ঞানিক—Dicrurus macrocercus, Dicrurus caerulescens, Dissemurus paradiseus.

আকৃতি-প্ৰকৃতি—চৰাইটো ক'লা-নীলা ৰঙৰ সৰু। মূৰত খোপাৰ দৰে পাখি থকা। ভীমৰাজৰ ফিচাত দুডাল দীঘল পাখি। থাকে আৰু সেয়েহে ইহঁতক দূৰৈৰ পৰাই সহজে চিনাক্ত কৰিব পাৰি। এই চৰাই কেইৰাজাতৰো। ফেঁচুৰ ফিচাত ভীমৰাজ পখীৰ দৰে ইমান দীঘল পাখি নেথাকে, পাখি চুটি। ফেঁচু আৰু ভীমৰাজ চৰাইৰ ভিতৰত জনসমাজত ৰজা বুলি জনাজাত। এই চৰায়ে অতীত কালত হেনো তপত তেলত ডুব দি ৰজা হৈছিল। এনে কৰাৰ আগতে বোলে পাখিৰ ৰং বৰ ধুনীয়া আছিল। গাঁৱৰ ওচৰে-পাজৰে অইন অইন চৰাই থকাৰ দৰে ইহঁতেও গাঁৱৰ কাষৰ মুকলি পথাৰত চৰি ভাল পায়। এই ফেঁচু আৰু ভীমৰাজ চৰাই খেতিয়কৰ বৰ উপকাৰী। ইহঁতে জাক-পাতি শস্য পথাৰৰ পোক-পৰুৱা খাই অন্ত কৰে। ভীমৰাজ পখী পুহিলে পোহ মানে আৰু মাত লয়।

বাসস্থান, বিচৰণভূমি, স্বভাৱ আৰু খাদ্য—আমাৰ দেশৰ সকলো ঠাইতেই ইহঁতক পোৱা যায়। ব্ৰহ্মদেশ, পাকিস্থান আৰু শ্ৰীলংকাতো আছে। নগৰ অঞ্চলত ইহঁতে টেলিগ্ৰাফৰ তাঁৰত বহি কেতিয়াবা কেতিয়াবা জিৰণি লয়। খাদ্য—পোক-পৰুৱা, ফুলৰ মৌ।

বাহ আৰু কণী—এপ্ৰিলৰ পৰা আগষ্ট মাহৰ ভিতৰত ইহঁতে কণী পাৰে। ধুনীয়াকৈ ইহঁতে বাহ বান্ধিব জানে। মকৰাজালেৰে বাহটোৰ বাহিৰত লেপ দিয়ে। কণী ৩টাৰ পৰা

৫টা-। বগা ৰঙৰ। ওপৰত মুগা ৰঙৰ দাগ থাকে। 'ফেঁচু-চু মই ৰজা' বোলা শব্দ ইহঁতৰ মাতত বুজিব পাৰি। ফেঁচুৰ ৰব চোকা চৰাই। যিজোপা গছত ইহঁতে বাহ লয় তাৰ ওচৰত কোৰালৰ শব্দ ইহঁতে সহ্য নকৰে। সেয়েহে এই গছত অন্য চৰায়ে আশ্ৰয় লৈ বাহ নেসাজে।

—o—

## পাটমাদৈ, সখিয়তী

ইংৰাজী—The Golden Oriole, The Blackheaded Oriole.

বৈজ্ঞানিক—Oriolus oriolus, Oriolus xanthonus

আকৃতি-প্ৰকৃতি—পাটমাদৈ চৰাই মইনা চৰাইৰ আকৃতিৰ। গাত উজ্জ্বল হালধীয়া আৰু নীলা ৰং থাকে। মাইকী পাট-মাদৈ কিছু সেউজীয়া। অকলে বা যুৰীয়াকৈ হাবি-বননিত বিচৰণ কৰি ফুৰে। এই পাটমাদৈ চৰাই দেখিবলৈ শুৱনি।

বাসস্থান, বিচৰণভূমি, স্বভাৱ আৰু খাদ্য—ভাৰতৰ সকলো ঠাইতেই ইহঁতক লগ পোৱা হয়। স্থানীয়ভাৱে ইহঁতে ইঠাইৰ পৰা সিঠাইলৈ ভ্ৰমণ কৰে। জোপোহা হাবি-বননিত সঘনে ইহঁতক দেখা পোৱা যায়। ইয়াৰ উপৰিও-ফুলৰ বাগিচাত, খেতি পথাৰৰ ওচৰৰ গছ-গছনিত ঘূৰি ফুৰে। ইহঁতৰ প্ৰধান খাদ্যৰ ভিতৰত পোক-পৰুৱা, আঁহত, বট গছৰ গুটি, ডিমৰু আৰু অন্য ফল, বগৰী, ফুলৰ মৌ।

বাহ আৰু কণী—কণী পৰাৰ সময় হ'ল এপ্ৰিল-মে মাহ। এই চৰায়ে ধুনীয়াকৈ বাহ সাজিব জানে। বাঁহ পাতৰ আঁহেৰে মকৰা জালেৰে লেপি গছৰ ফেৰেঙনিত ওলোমা বাহ সাজে।



কণী ২টা বা ৩টা। বগা, ক'লা বা মুগা বৰণৰ ফোঁট থকা। মতা-মাইকী উভয়ে উমনি দিয়ে আৰু পোৱালি ডাঙৰ দীঘল কৰে। বসন্ত কাল অন্ত হলে এই চৰাই আমাৰ চকুত নপৰে।

—o—

## মইনা

ইংৰাজী—The Hill Myna, The Greyheaded Myna, The Common Myna, The Bank Myna.

বৈজ্ঞানিক—Gracula religiosa, Sturnia malabarica Temenuchus pagodarum, Aeridotheres tristis, Aeridotheres ginginianus.

আকৃতি-প্ৰকৃতি—চৰাইৰ ভিতৰত মইনা চৰাই ধুনীয়া। পুহি শিকালে মানুহৰ মাত অনুসৰণ কৰিব পাৰে। সেয়েহে ইহঁতক 'সজাৰ পখী' বুলি কোৱা হয়। ঠেঁাট আৰু ঠেং হালধীয়া। গাত নীলা ৰঙৰ আৱৰণ। চকুৰ ওচৰত এটুকুৰা হালধীয়া মঙহাল ছাল ওলমি থাকে। সোণালী-নীলা বৰণৰ এই মইনা চৰাই সঁচাকৈয়ে দেখনিয়াৰ পখী।

বাসস্থান, বিচৰণভূমি, স্বভাৱ আৰু খাদ্য—ইহঁতক হিমালয়ৰ পাদদেশত, আলমোৰাৰ পৰা অসম সীমান্তত, ছোটনাগপুৰ, উৰিষ্যা, দক্ষিণ-পুৱ মধ্য প্ৰদেশত, পশ্চিমঘাট পৰ্বতমালাত, আন্দামানত, শ্ৰীলংকাত, ব্ৰহ্মদেশত ইহঁতক বিস্তৃতভাৱে দেখিবলৈ পোৱা যায়। যুৰীয়াকৈ নতুবা জাক পাতি হাবি বননিত বাস কৰে। ইহঁতৰ সঙ্গী হ'ল, বনৰ কপৌ, হাইঠা, আন আন গছৰ গুটি খোৱা চৰাই। এই চৰায়ে বননিৰ ওখ গছত বিশেষকৈ ভেলৌ গছৰ খোৰোঙত বাহ লয়। ইহঁতে সুহুৰি মাৰিব পাৰে,

ভেঙুচালি কৰিব পাৰে ।

বাহ আৰু কণী—কণী ২টা বা ৩টা । ডাঠ নীলা ৰঙৰ । মাজে মাজে মুগা বা চকলেট ৰঙৰ বোল ।

এই মইনা চৰাইক মানুহে সজাত ভৰাই পুহি-, মৰম কৰে আৰু মানুহৰ মাত-কথা শিকায় ।

—o—

## শালিকা

আকৃতি-প্ৰকৃতি—শালিকা চৰাই নেদেখা লোক আমাৰ অসমীয়া সমাজত নাই বুলিলেও বঢ়াই কোৱা নহয় । ইহঁতে সচৰাচৰ মানুহৰ আশ্ৰয়তহে বাস কৰে আৰু 'ক্ৰীৰ ক্ৰীৰ' কৰি মাতি কাণৰ কণামাকৰি সৰায় । ইহঁতৰ ঠোঁট আৰু ঠেং হালধীয়া । চকুৰ দুয়ো কাষে হালধীয়া ৰঙৰ দাগ থাকে । পেটৰ ফালে বগা পাখি । গাৰ পাখিৰ ৰং বাদামী । দুই এঠাইৰ পাখিৰ বৰণ ক'লা । ফিচাৰ শেষৰ ফালে বগা ৰং ।

বাসস্থান, বিচৰণভূমি, স্বভাৱ আৰু খাদ্য—ভাৰতবৰ্ষৰ সকলো ঠাইতেই এই শালিকা চৰাই পোৱা যায় । পাকিস্থান,-বাংলাদেশ, শ্ৰীলংকা আৰু ব্ৰহ্মদেশতো আছে । মানুহৰ আশ্ৰয়ত থাকে কাৰণে ঘৰৰ ছালত, বেৰৰ কেৰেপাত, আতাল বা চিলিঙত ইহঁতে বাহ লয় । খাদ্যৰ কোনো বাচ-বিচাৰ নাই । যি আগত পৰে তাকেই খায় । জোক-পোক, বান্ধনি ঘৰৰ পেলনীয়া বস্তু, হাঁহবোৱা ঠাইৰ কেচু-কুমটি, গৰু ম'হৰ গাৰ চিকৰা, ফৰিং, গাগিনী, খুদকণ, চাউল, ভাত সকলো ইহঁতে খায় । শালিকাকো পুহিলে মাত লয় ।

বাহ আৰু কণী—কণী ৪টা বা ৫টা । নীলা বৰণৰ ।



## সাত ভাই সাত ভনী

ইংৰাজী—The Jungle Babbler

বৈজ্ঞানিক—Turdoides somervilled

আকৃতি-প্ৰকৃতি—এই চৰাইৰ জাকত সাতোটাকৈ চৰাই থাকে । গতিকেই আমি সাত ভাই সাত ভনী বুলি কওঁ । এই চৰাইৰ ঠোঁট হালধীয়া, গাৰ বৰণ মটীয়া-মুগা, বুকুৰ ফালে মাখন ৰং । ফিচাখন গাৰ অনুপাতে দীঘল । পাতল হাবিৰ তলে তলে ইহঁতে কোঢ়াল কৰি ফুৰে ।

বাসস্থান, বিচৰণভূমি, স্বভাৱ আৰু খাদ্য—হিমালয়ৰ পাদ-দেশত, শ্ৰীলংকাত, বাংলা দেশত, ভাৰতৰ প্ৰায় সকলো ঠাইতেই ইহঁতে বাস কৰে । গছ-গছনি থকা চৌহদত, ফল-ফুলৰ বাগি-চাত, জোপোহা হাবিত, গাওঁ-নগৰৰ আশে পাশে ইহঁতে বিচ-ৰণ কৰি ফুৰে । ইহঁতৰ ঘাই খাদ্য হ'ল মকৰা, জিলি পোক, অ-ান্য পোক-পৰুৱা. পোক-পৰুৱাৰ কণী, বনৰীয়া ডিমৰু, বগৰী জাতীয় গুটি, শস্য, ফুলৰ মৌ ।

বাহ আৰু কণী—কণী পৰাৰ কোনো নিৰ্দ্ধাৰিত সময় নাই । বছৰৰ সকলো সময়তেই ইহঁতে কণী পাৰে গছৰ আগৰ ফেৰেঙণিত অকণ অকণ ডাল, শিপা, ঘাঁহ আদিৰে ইহঁতে বাহ সাজি লয় । কণী ৩টাৰ পৰা ৪টা । নীলা ৰং । উভয়ে বাহৰ কণীত উম দি পোৱালি জগায় ।

—o—

## বুলবুলি বা ফেচুলুকা

ইংৰাজী—The Goldfronted Chloropsis. The Redvented Bulbul. The Whitebrowed Bulbul. The Redwhiskered Bulbul. The Whitecheeked Bulbul.

বৈজ্ঞানিক—Chloropsis aurifrons. Molpastes cafer. Molpastes leucogenys. Otocompsa jocosa. Pyenonotus luteolus.

আকৃতি-প্ৰকৃতি—আমাৰ ঘৰৰ চৌহদৰ সৰু সৰু গছত ইডালৰ পৰা সিডাললৈ উৰি ফুৰা দুবিধ বুলবুলি চৰাই আমাৰ চকুত সঘনে ধৰা পৰে। ইহঁতৰ মূৰত থোপা থাকে। গালত আৰু ক্ষিচাৰ ওচৰত ৰঙা পাখিৰ দাগ। ফিচাৰ পাখিৰ শেষত বগা ৰঙৰ বোল। মূৰ আৰু গলধনত ক'লা। গাৰ পাখি মাটিয়া ৰঙৰ। এই বুলবুলি চৰাই ৫ বিধমান আছে।

বাসস্থান, বিচৰণভূমি, স্বভাৱ আৰু খাদ্য—ভাৰতৰ সকলো ঠাইতেই বুলবুলি চৰাই দেখা পোৱা যায়। কেৱল উত্তৰ পশ্চিমৰ মৰুভূমি এলেকাত দেখা পোৱা নেযায়। ইহঁতে পাহাৰ আৰু ভৈয়ামত সমানে বিচৰণ কৰি ফুৰে। বুলবুলি চৰায়ে সুমধুৰ সুৰে গান গায় আৰু সুহুৰি বজায়।

বাহ আৰু কণী—ফেব্ৰুৱাৰীৰ পৰা আগষ্ট মাহৰ ভিতৰত ইহঁতে কণী পাৰে। গছৰ পাত, ঘাঁহ আদিৰে ধুনীয়াকৈ বাহ সাজে। কণীৰ সংখ্যা ২টাৰ পৰা ৪টা। মতা-মাইকী উভয়ে কণীৰ উমনি দি পো-পোৱালি ডাঙৰ কৰে।

—০—



## পাতসিয়া

ইংৰাজী—The Tailor Bird

বৈজ্ঞানিক—Orthotomus sutorius.

আকৃতি-প্ৰকৃতি—এই অকণমান চৰাইটোৰ ফিচা দীঘল আৰু ওপৰলৈ উঠা। বুকুৰ ৰং বগা, পিঠিত আৰু ক্ষিচাৰ ওপৰফালে হালধীয়া বৰণ। মূৰত আৰু ডেউকাত কমলাবুনীয়া বোল। ঠোঁট সৰু। এই পাতসিয়া চৰায়ে গছৰ ডাঙৰ ডাঙৰ পাত সি বাহ সাজে কাৰণে ইহঁতক পাতসিয়া চৰাই বুলি কোৱা হয়। অকলে বা যোৰ পাতি ইহঁতে বিচৰণ কৰি ফুৰে।

বাসস্থান, বিচৰণভূমি, স্বভাৱ আৰু খাদ্য—হিমালয়ৰ পাদ-দেশত, ভাৰতৰ সকলো ঠাইত, পাকিস্থান, বাংলা দেশত আৰু শ্ৰীলংকাত এই চৰাই পোৱা যায়। ফল-ফুলৰ বাগিচা আৰু পাৰ্বতীয় হাবিত ঘৰৰ চৌহদত নিৰ্ভয়মনে ইহঁতে চৰি ফুৰে। খাদ্য ক্ষুদ্ৰ ক্ষুদ্ৰ পোক আৰু পোকৰ কীট, মৌ আদি খাই জীৱন ধাৰণ কৰে।

বাহ আৰু কণী—এপ্ৰিলৰ পৰা চেপ্তেম্বৰ মাহৰ ভিতৰত ইহঁতে কণী পাৰে। নৰম ঘাহ পাতৰ আহেৰে ইহঁতে বাহ সাজি লয়। বাহৰ ভিতৰত তুলা, কপাহ আদি নৰম বস্তু দি কণী পাৰে। কণী ৩টাৰ পৰা ৪টা। ৰঙা-মুগা বা নীলা-বগা মাইকীজনীয়ে কণীৰ ওপৰত উমনি দিয়ে যদিও মতা-মাইকী উভয়ে পো-পোৱালি ডাঙৰ কৰাত সমানে ভাগ লয়।

—০—

## দহিকতৰা

ইংৰাজী—The Magpie Robin, The Indian Robin.

বৈজ্ঞানিক—Copsychus saularis, Saxicoloides fulicata.

আকৃতি-প্ৰকৃতি—দহিকতৰা অকণমানি চৰাই। দহিকতৰাই ফিচা সঘনে নৰাই থাকে। সেয়েহে কবিয়ে নাচি নাচি থুতিতাল বায়' বুলি কৈছে। ইহঁতৰ গাৰ বৰণ নীলা-মটীয়া। ঠোঁটৰ পৰা ফিচাৰ মূৰলৈ বগা বৰণ। এই কণমানি পখীটোৱে আমাৰ চোতালত, চৌহদৰ কাষে-পাজৰে ঘূৰি ফুৰে।

বাসস্থান, বিচৰণভূমি, স্বভাৱ আৰু খাদ্য—ভাৰতৰ সকলো ঠাইতেই, পাকিস্থান, শ্ৰীলংকা, ব্ৰহ্মদেশত এই চৰাইৰ বাসস্থান। ৰাজস্থানৰ মৰুভূমি এলেকাত এই দহিকতৰা চৰাই দেখিবলৈ পোৱা নেযায়। ঘনচিৰিকাৰ দৰে মানুহৰ ওচৰে-পাজৰে ইহঁত চৰি ফুৰে। ইহঁতৰ এটা বিশেষ গুণ আছে যে, ইহঁতে আন চৰাইৰ মাত অনুকৰণ কৰিব পাৰে। পোক-পতংগ ইহঁতৰ প্ৰধান আহাৰ।

বাহ আৰু কণী—আগষ্টৰ পৰা নবেম্বৰ মাহৰ ভিতৰত ইহঁতে কণী পাৰে। গছৰ খোঙৰুত বা ঘৰৰ বেৰত, আতালত ঘাঁহ, শিপা, চুলি আদিৰে ইহঁতে বাহ সাজি লয়। কণী ৩টাৰ পৰা ৪টা। সেউজীয়া-নীলা। মাজে মাজে মূগা বৰণৰ ফুট-ফুটীয়া দাগ থকা। মাইকীজনীয়ে কণীত উমনি দিয়ে [illegible] মতাটোৱে অন্যান্য দিশত চকু দিয়ে।

—০—



বছৰত দুবাৰকৈ ইহঁতে কণী পাৰি পোৱালি জগায়। মতা-মাইকী উভয়ে পো-পোৱালি জগাত সহযোগ কৰে।

—০—

## কাণ কুৰিকা

ছটিয়া শালিকা আৰু কাণ কুৰিকা বুলি আন দুবিধ শালিকা-জাতীয় চৰাই সাধাৰণতে দেখিবলৈ পোৱা যায়। ইহঁতেও মানুহৰ ঘৰৰ চৌহদৰ গছ-গছনিত আৰু মুকলি পথাৰত বিচৰণ কৰা চকুত পৰে।

—০—

## টোকোৰা চৰাই

ইংৰাজী—The Common Weaver Bird, The Striated Weaver Bird.

বৈজ্ঞানিক—Ploceus philippinus, Ploceus manyar.

আকৃতি প্ৰকৃতি—টোকোৰা চৰাই আমাৰ ঘৰৰ চৌহদত ঘূৰি ফুৰা ঘৰচিৰিকাই বুলিব পাৰি। তফাৎ মাত্ৰ ইহঁতে পথাৰৰ ওচৰৰ জোপোহা হাবিত জাকপাতি বাহ লয়। ইহঁতৰ বাহ সজাৰ কাৰিকৰী বিদ্যা চমৎকাৰ। ইমান সম্পূৰ্ণভাৱে সুন্দৰকৈ ইহঁতে যে বাহ সাজিব পাৰে ভাবিলে আচৰিত হ'ব লাগে। এই চৰাই কেইবাবিধৰো আছে। টান ঠোঁটৰ মুগা বৰণৰ সৰু টোকোৰা চৰায়ে জাকপাতি আমাৰ খেতি পথাৰৰ শস্য খাই অশেষ ক্ষতি সাধন কৰে।

বাসস্থান, বিচৰণভূমি, স্বভাৱ আৰু খাদ্য—ভাৰতৰ সকলো

ঠাইতেই এই চৰাই আছে। পাকিস্থান, শ্ৰীলংকা, ব্ৰহ্মদেশতো ইহঁতৰ বাসভূমি। স্থানীয়ভাৱে এঠাইৰ পৰা আন ঠাইলৈ ইহঁতে ভ্ৰমণ কৰি ফুৰে। 'চিত্ চিত্'কৈ এই চৰাইৰ জাকে অতি খৰকৈ খেতি পথাৰৰ শস্য খাই উৰি গৈ কাষৰ জাৰণিত বিশ্ৰাম লয়। ধাননি পথাৰৰ ওচৰৰ ইকৰাণি-নলনিৰ মাজত ওলোমা বাহ সাজে। একে ঠাইতেই এনে ঠাইত ইহঁতে জাকপাতি বাহ সাজি কণী পাৰে। সৰু সৰু ঘাঁহ-পাতৰ আঁহেৰে গুঠি গুঠি তলৰ পিনে অহা-যোৱা বাট ৰাখি ইহঁতে বাহ সাজে।

বাহ আৰু কণী—কণী ২টাৰ পৰা ৪টা। শুধ বগা। মতা চৰাইটোৱে অকলে বাহ বান্ধে আৰু মাইকীজনীয়ে অকলে কণীত উমনি দিয়ে। একে সময়তে এই মতাটোৱে কেইবাটাও বাহ বান্ধে আৰু কেইবাজনীও মাইকীৰ লগত সহবাস কৰে।

—o—

## টুনি

ইংৰাজী—The Whitebacked Munia, The White-throated Munia, The Spotted Munia, The Red Munia, The Blackheaded Munia.

বৈজ্ঞানিক—Uroloncha striata, Uroloncha malabarica, Uroloncha punctulata, Amandava amandava, Munia malacea.

বহু কেইবিধ টুনি চৰাইৰ মাজৰ পৰা কেৱল এবিধ চৰাইহে বিৱৰণ দাঙি ধৰা হ'ল। এই চৰাইবিধৰ নাম ফুটফুটীয়া টুনি চৰাই (Spotted Munia) স্বভাৱ, আবৰণো প্ৰায়বোৰেই একে।



আকৃতি-প্ৰকৃতি—এটা ঘৰচিৰিকাৰ সমান ডাঙৰ। ইহঁতৰ গাৰ পাখিৰ বৰণ চকোলেট্-মুগা। তলৰ ফালে বগা, ক'লা ৰঙৰ ফুট্‌ফুটীয়া দাগ। মতা-মাইকী দেখিবলৈ প্ৰায় একে। জাক-পাতি মুকলি পথাৰত চৰি ফুৰা অভ্যাস।

বাসস্থান, বিচৰণভূমি, স্বভাৱ আৰু খাদ্য—ভাৰতৰ সকলো ঠাইতেই আছে। কেৱল ৰাজস্থানৰ মৰুভূমি এলেকাত আৰু পাঞ্জাৱত নাই। সাগৰৰ পৃষ্ঠৰ ৬,০০০ ফুট পৰ্যন্ত উচ্চ স্থানত বিচৰণ কৰে। অসমতো আছে। পূব পাকিস্থান, শ্ৰীলংকা, ব্ৰহ্মদেশতো পোৱা যায়। পশ্চিম পাকিস্থানত কিন্তু ইহঁত অনুপস্থিত। এটা জাকত প্ৰায় ২০০ চৰাই থাকে আৰু পথাৰৰ ঘাঁহনিত চৰি ফুৰে। গাঁতৰ পৰা ওলাই অহা উঁই পোক ধৰি ধৰি ইহঁতে খায়। ইহতঁক আমনি কৰিলে ওচৰৰে জোপোহাত আশ্ৰয় লয়গৈ।

বাহ আৰু কণী—জুলাইৰ পৰা অক্টোবৰ মাহত ইহঁতে কণী পাৰে। ঘাঁহ-পাতেৰে ঘূৰণীয়াকৈ ইহঁতে বাহ সাজি লয়। বাহটোৰ মুখৰ ওচৰত বাহিৰ ফালে ওলোৱা-সোমোৱা বাট ৰাখে। চাপৰ কাইটীয়া গছৰ মাজত বাহ সাজে। কেতিয়াবা বহুকেইটা পৰিয়ালে একে ঠাইতেই বাহ লয়। কণী ৪টাৰ পৰা ৬টা। বগা। মতা-মাইকী উভয়ে পোৱালি জগোৱাত সহযোগ কৰে।

—o—

## ঘৰচিৰিকা

ইংৰাজী—The House Sparrow.
বৈজ্ঞানিক—Passer domesticus.

আকৃতি-প্ৰকৃতি—ঘৰচিৰিকা বুলিলে বুজিবৰ নাই। ইহঁতে ঘন্ ঘন্‌কৈ চিৰিক্ চিৰিক্‌কৈ মাতে কাৰণে আমাৰ মানুহে ঘনচিৰিকা বা ঘৰচিৰিকা বুলি নাম দিছে। ইহঁতে মানুহৰ আশ্ৰয়ত বাস কৰে। ঘৰৰ চালত বেৰত, আতালত বা চিলিঙত খেৰ-কুটা, জাবৰ গোটাই বাহ সাজি কণী পাৰে। এই ঘৰচিৰিকাৰ মতাটোৰ গাত কেইবাটাও ৰঙৰ আভৰণ থাকে। ঠোঁটৰ পৰা মূৰলৈ তলৰ ফালে ক'লা ৰং, ডেউকাত কমলাবুলীয়া আৰু মূৰৰ ওপৰৰ পাখি ধোঁৱা বৰণীয়া। এই চৰাই জাতে কাউৰী শালিকাৰ দৰে আমাৰ ঘৰৰ চৌহদত খুদ-কণ পোৱাৰ আশাত চিৰিক্ চিৰিক্‌কৈ মাতি আমাক সিহঁতৰ অৱস্থানৰ কথা সোঁৱৰাই থাকে।

বাসস্থান, বিচৰণভূমি, স্বভাৱ আৰু খাদ্য—ইহঁতৰ মতা-মাইকী সহজতে চিনিব পাৰি। ভাৰতৰ সকলো ঠাইত, পাকিস্থানত, বাংলাদেশত, শ্ৰীলংকাত আৰু ব্ৰহ্মদেশত ইহঁতক লগ পোৱা হয়। ইহঁতৰ খাদ্যৰ কোনো বাচ-বিচাৰ নাই। খুদ-কণ পোক-পৰুৱা, ফুলৰ কলি, ফুলৰ মৌ খায়। টোকোৰা চৰাইৰ দৰে ইহঁতে জাকপাতি মানুহৰ ভঁৰালৰ আৰু পথাৰৰ ধান খাই অন্ত কৰে।

বাহ আৰু কণী—ইহঁতৰ কণী পৰাৰ কোনো নিৰ্দ্ধাৰিত সময় নাই। বছৰৰ সকলো সময়তেই ইহঁতে কণী পাৰে। কণীৰ সংখ্যা ৩টাৰ পৰা ৫টা। সেউজীয়া-বগা। ওপৰত মুগা বৰণ।

এই ঘৰচিৰিকাই আমাৰ লোক-সাহিত্যৰ ভঁৰাল চহকী কৰিছে।

---



## টিপচি, বালিমাহী

ইংৰাজী—The White Wagtail.
বৈজ্ঞানিক—Motacilla alba.

আকৃতি-প্ৰকৃতি—টিপচি চৰাই ঘৰচিৰিকাৰ আকৃতিৰ কিন্তু ইহঁতৰ ফিচা গাৰ অনুপাতে দীঘল। গাটো মূৰৰ পৰা ফিচালৈ তলফালে বগা পাখিৰে আবৰা মাত্ৰ ডিঙিৰ তলত অলপ ক'লা পাখি আছে। মূৰৰ ওপৰত ওৰণিৰ দৰে ক'লা আৱৰণ। পিঠিত ডেউকাৰ ওপৰফালে ধোঁৱাবৰণীয়া।

বাসস্থান, বিচৰণভূমি, স্বভাৱ আৰু খাদ্য—ইহঁতে আমাৰ মুকলি পথাৰত কুৰবাৰ পৰা আহি আবিৰ্ভাৱ হয়। বাৰিষা কালত পুনঃ নিজৰ ঘৰ অভিমুখে যায়গৈ। ভাৰতৰ সকলো ঠাইত আৰু পাকিস্থানত ইহঁতক লগ পোৱা হয়।। ইহঁতে বছৰৰ চেপ্তেম্বৰ অক্টোবৰ মাহত আহি হাজিৰ হৈ মাৰ্চ-এপ্ৰিল মাহত গুচি যায়গৈ। থৰকৈ খোজকাঢ়ি ফিচা জোকাৰি জোকাৰি ইহঁতে হালবোৱা খেতিৰ মাটিত, মুকলি পথাৰত, পোক-পৰুৱা বিচাৰি খায়। টিপচি চৰায়ে 'টিপ টিপ্‌কৈ ফিচা জোকাৰি আমাৰ পদুলি মুখত ঘূৰি ফুৰে। উজনি অসমত এই টিপচি চৰাইক বালিমাহী বুলিও কোৱা হয়।

বাহ আৰু কণী—মে মাহৰ পৰা জুলাই মাহৰ ভিতৰত ইহঁতে কণী পাৰে। বাহৰ সমল হ'ল, গছৰ শিপা, শেলুৰৈ চুলি ইত্যাদি। শিলৰ কেৰেপাত বা ঘৰৰ ভগ্নাৱশেষৰ বেৰত ইহঁতে বাহ লয়। কণী ৪টাৰ পৰা ৬টা। বগা। ওপৰত ৰঙচুৱা মুগা বৰণৰ ফোঁট থকা।

—O—

# কুলি

ইংৰাজী—The Koel

বৈজ্ঞানিক—Eudynamis scolopaceus.

আকৃতি-প্ৰকৃতি—কুলি চৰাই বসন্ত কালৰ চৰাই । ইহঁতে বসন্ত ঋতুৰ আগমনত যেতিয়া গছ-গছনিয়ে কুমলীয়া পাতৰ বেশ পিন্ধে, তেতিয়া এই সুললিত গীত গোৱা কুলি চৰাই আমাৰ মাজলৈ আহে । বসন্ত কাল অন্ত হ'লে ইহঁত আকৌ কেনিবা যায়গৈ । এই কুলি চৰাইৰ বৰণ কাউৰীৰ দৰে ক'লা । মাজে মাজে নীলা । গছ-গছনিৰ মাজে মাজে অকলে বা যোৰপাতি ইহঁতে বিচৰণ কৰে । কুলি চৰাইৰ মতাটোহে ক'লা ৰঙৰ । মাইকীজনী মুগা বৰণীয়া বৰণৰ, গাত বগা ফুটফুটীয়া দাগ থকা ।

বাসস্থান, বিচৰণভূমি, স্বভাৱ আৰু খাদ্য—ভাৰতবৰ্ষৰ সকলো ঠাইতেই এই কুলি চৰাই আছে । ব্ৰহ্মদেশত, পাকিস্থানত শ্ৰীলংকাত আৰু বাংলা দেশতো আছে । ফল-ফুলৰ বাগিচাত পাতলীয়া হাবিত, গছৰ গুটি, কেঁৰেলুৱা, বিছা, পোক-পৰুৱা ইহঁতে খাই ফুৰে । গাওঁ-নগৰৰ মাজৰ গছ-গছনিৰ ডালত পৰি ইহঁতে 'কু-উ-কু-উ' কৰি আমাৰ কাণত মৌ বৰষাই ।

বাহ আৰু কণী—এপ্ৰিলৰ পৰা আগষ্ট মাহৰ ভিতৰত ইহঁতে কণী পাৰে । কণীৰ সংখ্যা ১০টা/১১টা । কণীৰ বৰণ কাউৰীৰ কণীৰ দৰে । ইহঁত হয় এলেহুৱা, নহয় বাহ বান্ধিব নেজানে । সেয়েহে কাউৰীৰ বাহত কুলিয়ে কণী পাৰি কাউৰীৰ হতুৱাই উমনি দিয়াই পোৱালি জগায় । ডাঙৰ হ'লে এই কুলি চৰাইৰ পোৱালিয়ে ধাইমাক কাউৰীক এৰি কুলিৰ লগ লাগেগৈ ।

—০—



# কেতেকী

ইংৰাজী—The Bsain-fever-bird (The Common Hawk Cuckoo)

বৈজ্ঞানিক—Hierococcyx varius.

আকৃতি-প্ৰকৃতি—পাৰৰ সমান ডাঙৰ । কেতেকীৰ সৰু দীঘলীয়া ফিচা আছে । ইয়াৰ ওপৰৰ পাখি ধোঁৱাবৰণীয়া-বগা, তলফালে বগা, মুগা বৰণৰ পটিয়াপটি থকা । মতা-মাইকী দেখাত একে । অকলশৰীয়াকৈ হাবি-বননিত ঘূৰি ফুৰে । ভাৰতীয় জাতৰ নাম (Cuculus micropterus) ইহঁতে অহৰহ 'বৌ-কাকা' বুলি মাত মাতে । সেই গতিকে সহজতে এই চৰাইক চিনাক্ত কৰিব পাৰি ।

বাসস্থান, বিচৰণভূমি, স্বভাৱ আৰু খাদ্য—ভাৰতৰ সাগৰ পৃষ্ঠৰ ৭৫ মিটাৰ পৰ্যন্ত হিমালয়ৰ দক্ষিণ দিশত পোৱা যায় । পূব পাকিস্থান, শ্ৰীলংকাতো আছে । স্থানীয়ভাৱে ইঠাইৰ পৰা সিঠাইলৈ চৰি ফুৰে । ইহঁতেও কুলিৰ দৰে আন চৰাইৰ বাহত কণী পাৰি থয় । পাতলীয়া হাবিত, ফলৰ বাগিচাত, আমৰ কুঞ্জৰ মাজত, মানুহৰ বসবাসৰ আশে-পাশে ঘূৰি ফুৰে । ইহঁত জাৰকালি মনে মনে থাকে । গ্ৰীষ্ম কাল অহাৰ লগে লগে ইহঁত সক্ৰিয় হয় । অহৰহ মাতি থাকে । ইহঁতক 'ব্ৰেইন ফিভাৰ' পখী বুলিও কোৱা হয় । জোনৰ পোহৰত ৰাতিও মাত মাতি নীৰৱ ৰাতি সৰৱ কৰে । ইয়াক হিন্দী ভাষা-ভাষীয়ে 'পিয়া কঁহা' বুলিও কয় । শুং থকা বিছা, অন্যান্য পোক-পৰুৱা, বনৰীয়া বগৰী-জাতীয় ফল, ডিমৰু আদি খায় ।

বাহ আৰু কণী—মাৰ্চৰ পৰা জুন মাহৰ ভিতৰত কণী পাৰে । কিন্তু নিজে বাহ সাজি নলয়, কণী পাৰে আন চৰাইৰ বাহতহে । প্ৰত্যেক বাহত মাত্ৰ ১টা কণীহে পাৰে । কণীৰ বৰণ

যি চৰাইৰ বাহত কণী পাৰে, সেই চৰাইৰ লেখীয়া। সাধাৰণতে নীলা বৰণৰ। ধাইমাকে পোৱালি তুলিতালি ডাঙৰ কৰে।

—o—

## পাপিয়া, পানী পিয়া

ইংৰাজী—Pied Crested Cuckoo
বৈজ্ঞানিক—Clamater jacobinus

আকৃতি-প্ৰকৃতি—এটা মইনাৰ সমানেই ডাঙৰ। কেৱল ফিচা-থন দীঘল। মূৰত খোপা থকা ক'লা-বগা বৰণৰ এটা ধুনীয়া চৰাই। ফিচাৰ পাখিৰ আগত বগা দাগ থকা। হাবি-বননিত অকলশৰীয়াকৈ বা যুৰীয়াকৈ বিচৰণ কৰি ফুৰে। আন এবিধ পাপিয়া পখীয়েও এই পাপিয়াৰ দৰে মাত মাতে। মাতটো 'পিটাৰ, পিটাৰ, পিটাৰ, পিটাৰ'। এই পখীটো বুলবুলি চৰাই সমান ডাঙৰ ডাঠ বগা ৰঙৰ, মাইকীজনীৰ গাৰ ৰং মদকুৱা।

বাসস্থান, বিচৰণভূমি স্বভাৱ আৰু খাদ্য—ভাৰতৰ সকলো ঠাইতেই এই চৰায়ে বিচৰণ কৰি ফুৰে। পাকিস্থানত, শ্ৰীলংকাত আৰু ব্ৰহ্মদেশতো পোৱা হয়। স্থানীয়ভাৱে এঠাইৰ পৰা আন ঠাইলৈ ভ্ৰমি ফুৰে। আন চৰাইৰ বাহত কণী পৰা স্বভাৱ। পাতলীয়া হাবিত ইহঁতক পোৱা যায়। সাধাৰণতে মানুহৰ ঘৰৰ আশে-পাশে বিচৰণ কৰে। 'পিউ-পিউ'—পী-পী-পিউ'কৈ মাতে। প্ৰধানকৈ ইহঁত হ'ল হাবি-বননিৰ পখী কিন্তু মুকলি ঠাইতো চৰি ফুৰে। ফৰিং, শুং থকা বিছা, কেৰেলুৱা আৰু কেতিয়াবা বনৰীয়া ফল খায়।

বাহ আৰু কণী—ইহঁতে প্ৰধানকৈ জুনৰ পৰা আগষ্ট মাহৰ ভিতৰত কণী পাৰে। এই কণী পৰা সময় যি চৰাইৰ বাহত কণী পাৰিব, সেই চৰাইৰ কণী পৰা সময়ৰ মিল থাকে। কণী



নীলা। কিন্তু যেতিয়া ধাইমাকৰ বাহত এটাতকৈ অধিক কণী দেখা যায়, তেতিয়া এইটো নিশ্চিত কৰিব নোৱাৰি যে এজনী মাইকী চৰাইৰ কণীনে অন্য মাইকী চৰাইৰ কণী।

—o—

## কুকুহা

ইংৰাজী—The Crow-Pheasant
বৈজ্ঞানিক—Centropus sineusis

আকৃতি-প্ৰকৃতি—কুকুহা চৰাই কাউৰীৰ সমান ডাঙৰ। ডেউকা দুখনৰ ওপৰত ৰঙচুৱা বৰণ, ফিচা দীঘল। মূৰৰ পৰা ফিচালৈ নীলা-ক'লা বৰণৰ পাখিৰে আগুৰি থাকে। মতা-মাইকী দেখাত একে। অকলে বা যুৰীয়াকৈ হাবি-জঙ্গলৰ জোপোহাৰ তলে তলে ইহঁতে বিচৰণ কৰি ফুৰে।

বাসস্থান, বিচৰণভূমি, স্বভাৱ আৰু খাদ্য—ইহঁতে পাতলীয়া হাবিত, জোপোহা ঘাঁহনিত, গাওঁ-নগৰৰ কাষে-পাজৰে বাস কৰে। ইহঁতৰ প্ৰধান খাদ্য হ'ল বিছা, ডাঙৰ পোক, জেঠি, নিগনি পোৱালি, বাহত থকা আন চৰাইৰ কণী আৰু পোৱালি। 'কউক কউক কৈ' ইহঁতে বাঁহনি, হাবি-জঙ্গলত কোঢ়াল কৰি ঘূৰি ফুৰে।

বাহ আৰু কণী—ফেব্ৰুৱাৰী মাহৰ পৰা চেপ্তেম্বৰৰ ভিতৰত ইহঁতে কণী পাৰে। কাঁইটীয়া গছৰ ফেৰেঙণিত গছৰ ডাল পাতেৰে ঘূৰণীয়াকৈ ইহঁতে বাহ বান্ধি লয়। কণীৰ সংখ্যা ৩টা বা ৫টা। চকমাটি বৰণৰ। মতা-মাইকী উভয়ে কণীত উমনি দি পোৱালি জগায়।

এই কুকুহা চৰাই দেখাত কাউৰীৰ দৰে হলেও মানুহৰ ঘৰৰ চৌহদত ইহঁতে বিচৰণ কৰি নুফুৰে। কেৱল ওচৰৰ জোপোহা হাবিতহে ঘূৰি ফুৰে। □

## ধনেশ আৰু পাকৈচোৰা

ইংৰাজী—(1) The Great Hornbill,
(2) The Common Grey Hornbill.
বৈজ্ঞানিক—(1) Dicoceros bicornis,
(2) Tockus birostris.

আকৃতি-প্ৰকৃতি—হাবি-জঙ্গলত বাস কৰা ধনেশ পখী ডাঙৰ আকাৰৰ। ধনেশ দুই জাতৰ। তাৰে এজাত ৰাজধনেশ ডাঙৰ, আনজাতি সৰু, পাকৈচোৰা। এইজাত পখী ধনেশৰ আকৃতিৰ হলেও ধনেশ বুলিলে ৰাজধনেশকহে বুজায়। ধনেশ চৰাইৰ ঠোঁট ডাঙৰ, দীঘল। তদুপৰি ঠোঁটৰ ওপৰত আৰু এটা ঠোঁটৰ দৰে ঠোঁট থাকে। ইয়াক যঁজা ঠোঁট বুলিব পাৰি। এই ধনেশ পখীৰ পাখি দীঘল, ফিচাও দীঘল। আকাশত ঘুৰীয়া বা বে-ঘুৰীয়াকৈ 'সাঁ-সাঁ' শব্দ কৰি উৰি যায়। ঠোঁটৰ বৰণ হালধীয়া।

বাসস্থান, বিচৰণভূমি, স্বভাৱ আৰু খাদ্য—আমাৰ পাহাৰ পৰ্বতত ডাঙৰ ডাঙৰ গছৰ ধোন্দত ইহঁতে বাহ লয়। ইহঁতৰ খাদ্যৰ ভিতৰত পৰে গছৰ গুটি, ডাঙৰ পোক, জেঠি, নিগনি এন্দুৰৰ পোৱালি। ধনেশ পখীৰ তেল মানুহৰ বহু ৰোগৰ ঔষধ। এই চৰাইৰ সংখ্যা তাকৰ আৰু সেই কাৰণে ইহঁতক বধ কৰাত চৰকাৰে বাধা নিষেধ আৰোপ কৰিছে।

বাহ আৰু কণী—ইহঁতৰ বাহ বান্ধি কণী পৰা পদ্ধতি আন চৰাইৰ লগত নিমিলে। প্ৰথমতে মাইকী ধনেশজনীয়ে গছৰ খোৰোঙত কণী পাৰি নিজৰ বিষ্ঠাৰে মুখখন বন্ধ কৰি দিয়ে, কেৱল মাত্ৰ এটা সৰু ফুটাহে ৰাখে যাতে এই ফুটাটোৰে মতা ধনেশটোৰ পৰা আহাৰ গ্ৰহণ কৰিব পাৰে। সময়ত পোৱালি জগিলে এই বাটটো মুকলি কৰি পোৱালিৰ সৈতে মাকজনী বাহৰ পৰা ওলাই আহে। মতাটোৱে যিমান দিনলৈ পোৱালি



নগজে সিমান দিনলৈকে আহাৰ সংগ্ৰহ কৰি মাইকী ধনেশ জনীক খুৱাই থাকে। এনে সময়ত যদি কোনোবাই মতা ধনেশ টোক বধ কৰে তেন্তে মাইকীজনী আৰু বাহত থকা পোৱালি-বোৰ শুকাই খীনাই মৰে। কণীৰ সংখ্যা ২টা বা ৩টা। বং বগা।

মানুহৰ নিষ্ঠুৰতাৰ কাৰণেই আজি কালি ধনেশ পখীৰ বংশ কমি আহিছে। আমি যদি এই চৰাইবোৰক দূৰদৰ্শিতাৰে ৰক্ষা নকৰো তেন্তে ইহঁত অচিৰেই পৃথিৱীৰ পৰা লুপ্ত হৈ যাব।

—O—

## ফণিকতৰা বা গোবৰ খুচৰা

ইংৰাজী—The Hoopoe
বৈজ্ঞানিক—Upupa epops.

আকৃতি-প্ৰকৃতি—ফণিকতৰা বা গোবৰ খুচৰা চৰাইৰ মূৰত খোপাৰলেখীয়া দীঘলীয়া পাখি থাকে। গাটোৰ পাখিৰ বং মুগা, ইটাবৰণীয়া। মূৰৰ পৰা পিঠিলৈ আৰু বুকৰ ফালে এই ৰঙৰ পাখিয়ে আগুৰি থাকে। পিঠি ফিচা আৰু মূৰৰ খোপাৰ পাখি জেব্ৰা জাতীয় জন্তুৰ বৰণৰ, ক'লা-বগা পটিয়াপটি। ঠোঁটটো দীঘল আৰু গাৰ ফালে অলপ ভাঁজখোৱা। এই ফণিকতৰা চৰাই ফাগুন-চ'ত মাহত আমাৰ খেতি পথাৰৰ হালবোৱা মাটিত পোক পৰুৱা বিচাৰি খাই ফুৰে। উৰি যাওঁতে বৰ ধুনীয়া দেখি। বাদুৰুটোকাৰ দৰে ইহঁতেও উৰোতে একে পদ্ধতিতে উৰে।

বাসস্থান, বিচৰণভূমি, স্বভাৱ আৰু খাদ্য—ভাৰতৰ সকলো ঠাইত, ব্ৰহ্মদেশ, শ্ৰীলংকা আৰু পাকিস্থানতো ইয়াক দেখা পোৱা যায়। ইহঁতৰ প্ৰধান খাদ্য হ'ল, পোক-পৰুৱা, কেচু-কুমটি।

বাহ আৰু কণী—ইহঁতে মইনা, ভাটৌ ধনেশৰ দৰে গছৰ খোৰোঙত বাহ লয়। কেতিয়াবা কেতিয়াবা ঘৰৰ চিলিঙত বা বেৰতো শুকান খেৰ-কুটা, জাবৰ গোটাই কণী পাৰে। কণীৰ সংখ্যা ৫টা বা ৬টা। বগা বৰণৰ। বাহটো বৰ দুৰ্গন্ধময়। মতা-মাইকী উভয়ে কণীত উমনি দিয়ে আৰু পোৱালি প্ৰতিপালন কৰা কাম সমানে কৰে।

ইহঁতো দেশ ঘূৰা চৰাই। খৰালি মাহৰ শেষত ইহঁত কোনোবা ঠাইলৈ যায়গৈ।

—O—

## বাঢ়ৈটোকা

ইংৰাজী—The Yellowfronted Woodpecker, The Goldenbacked Woodpecker. The Rupows Woodpecker.

বৈজ্ঞানিক—Dryobates mahrattensis, Prcechypternus bengalinsis, Miropternus bruchyurus.

আকৃতি-প্ৰকৃতি—এই তিনিবিধ বাঢ়ৈটোকাৰ ভিতৰত প্ৰথমৰ বিধ চৰাইৰহে বিৱৰণ দাঙি ধৰিছোঁ। বাঢ়ৈটোকা চৰাই হাবি জঙ্গলৰ ডাক্তৰ বুলি কব পাৰি। কাৰণ এই চৰায়ে মৰা, বেমাৰী গছৰ ভিতৰখন খুলি তাত থকা পোক খাই অন্ত কৰি বেমাৰৰ বীজ নাইকিয়া কৰে। ইহঁতৰ ঠোঁটৰ ইমান ধাৰ যে, ইহতঁক মিস্ত্ৰিৰ হাতুৰীৰ লগত তুলনা কৰিব পাৰি। কাঠ খোলোঁতে তলৰ পৰা ওপৰলৈ উজাই যাব পাৰে আৰু ইয়াৰ খোপোকা ফিচাখনে গছত হেচি ধৰি তৃতীয় এখন ঠেঙৰ কাম কৰে। এই চৰাইৰ এবিধৰ গাটোত মটীয়া ধোঁৱাবৰণীয়া ৰঙৰ ওপৰত



বগা পাখিৰ ফুটফুটীয়া সৰু সৰু দাগ থাকে। মূৰত ৰঙা ৰঙৰ খোপাৰ দৰে পাখি। মূৰ আৰু ডিঙিৰ পাখি সামান্য মুগা ৰৰণীয়া। এই চৰায়ে হাবিৰ মাজত চৰি ফুৰি ৰুগীয়া গছ গছনি নিৰীক্ষণ কৰি ফুৰে। গাৱঁৰ ফল-ফুলৰ বাগিচাতো বিচৰণ কৰে।

বাসস্থান, বিচৰণভূমি, স্বভাৱ আৰু খাদ্য—ইহঁতক ভাৰতৰ সকলো ঠাইতেই পোৱা যায়। ইয়াৰ উপৰিও পাকিস্থান, বাংলাদেশ, ব্ৰহ্মদেশ আৰু শ্ৰীলংকাৰ হাবিতো আছে। ইহঁতে উৰাৰ সময়ত ডেউকাৰে ক্ৰেইবাবাৰো উৰি কিছুসময়ৰ বাবে ডেউকা জপাই ৰৈ পুনঃ উৰে। এই উৰণৰ লগত ফণিকতৰা চৰাইৰ উৰণৰ সাদৃশ্য আছে।

বাহ আৰু কণী—জানুৱাৰীৰ পৰা মে মাহলৈ ইহঁতে কণী পাৰে। গছৰ খোৰোঙত বাহ লয়। বাহৰ মুখ তলৰ ফালে ৰাখে। কণীৰ সংখ্যা ৩টা। উজ্বল বগা বৰণৰ। মতা-মাইকী উভয়ে বাহ সজা, পোৱালি প্ৰতিপালন কৰা কামত ভাগ লয়।

—O—

## চাতক

ইংৰাজী—The Common Swallow, The Redrumped Swallow, The Wiretailed Swallow.

বৈজ্ঞানিক—Hirundo rustica, Hirundo daurica, Hirundo smithii.

আকৃতি-প্ৰকৃতি—আমি ঘৰৰ পৰা ওলায়েই মুকলি পথাৰৰ মাজত টেলিগ্ৰাফৰ তাঁৰত বহু চৰায়ে একেলগে তাঁৰত খামোচ মাৰি ধৰি বহি থকা দেখা পাওঁ। এই চৰাইৰ নামেই চাতক

পখী। ইহঁতৰ ফিচাত দীঘল দুডাল পাখি থাকে আৰু ফিচাখন দুভাগত বিভক্ত মাছৰ ফিচাৰ দৰে। ঠোঁট চুটি। ডিঙিত আৰু মূৰত ঠোঁটৰ ওপৰত ৰঙা ৰহণ। গাৰ পাখি নীলা ৰঙৰ। আঙুলিবোৰ এনেভাৱে গঠন কৰা যে, সৰু সৰু তাঁৰতো ইহঁতে খামোচ মাৰি নগৰাকৈ ধৰি থাকিব পাৰে। মতা-মাইকী দেখাত একে। মাইকী চাতকৰ ফিচাৰ পাখি দুডাল চুটি। যুৰীয়া বা জাকপাতি মুকলি পথাৰত বা খেতি পথাৰত ইহঁত চৰি ফুৰে।

বাসস্থান, বিচৰণভূমি, স্বভাৱ আৰু খাদ্য—ভাৰতৰ সকলো ঠাইতেই চাতক চৰাই দেখিবলৈ পোৱা যায়। পাকিস্থান, ব্ৰহ্মদেশ, শ্ৰীলংকা আৰু বাংলাদেশতো ইহঁতৰ বাস। ইহঁত হ'ল দেশ ফুৰা চৰাই। চেপ্তেম্বৰ-অক্তোবৰ মাহত ইহঁতে আমাৰ ইয়ালৈ আহে এপ্ৰিল-মে মাহত গুচি যায় গৈ। আকাশত উৰি ফুৰা পোক, উঁই পৰুৱা আদি ইহঁতে খাই বৰ্তি থাকে। ইহঁতে বেগাই উৰিব পাৰে। উৰি ফুৰোতে ফিচাৰ এই দীঘল পাখি দুডালে ইহঁতক সহায় কৰে।

বাহ আৰু কণী—এপ্ৰিলৰ পৰা জুলাইৰ ভিতৰত ইহঁতে কণী পাৰে। মাজে-সময়ে বছৰত দুবাৰকৈ কণী পাৰি পোৱালি জগায়। হাবিৰ মাজৰ দলঙৰ তলত সাধাৰণতে ইহঁতে বাহ লয়। কণীৰ সংখ্যা ৪টাৰ পৰা ৫টা। ৰং বগা, পাতলীয়াকৈ মুগা বৰণৰ দাগ থকা। মতা-মাইকী উভয়ে কণীত উমনি দি পোৱালি জগায়।

—o—



# ময়ূৰ বা ম'ৰা চৰাই

ইংৰাজী—The Common Peafowl.
বৈজ্ঞানিক—Pavo cristatus.

আকৃতি-প্ৰকৃতি—চৰাইৰ ভিতৰত ময়ূৰ বা ম'ৰা চৰাই দেখিবলৈ বৰ ধুনীয়া। কিন্তু মাতটো কৰ্কশ। ময়ূৰ ভাৰতৰ সকলো ডাঠ হাবিতেই পোৱা যায়। ময়ূৰ চৰাইক অতীতৰে পৰা শ্ৰদ্ধা কৰি অহা হৈছে। মোগল সাম্ৰাজ্যৰ ময়ূৰ সিংহাসনেই তাৰ নিদৰ্শন। ধৰ্মীয় কাৰণত কিছুমান লোকে ময়ূৰ সত্ৰ আৰু ঘৰত ৰাখি পোহে। এই ময়ূৰৰ মূৰত ধুনীয়া কীৰিটি থাকে, ফিচা দীঘল প্ৰায় এক মিটাৰৰ অধিক। নীল বৰণৰ পাখিৰ মাজে মাজে ৰঙা অ'ত ত'ত চকা থাকে। ময়ূৰে চালি ধৰি নাচিলে বৰ ভাল দেখি। মতাটো ময়ূৰীতকৈ শুৱনি। বৰ্তমান ময়ূৰ ৰাষ্ট্ৰীয় পখী হিচাপে চৰকাৰে স্বীকাৰ কৰি লৈ বধ নকৰিবলৈ আইন কৰি দিছে। কিছুমান মানুহে ধুনীয়া পাখিৰ লোভত এই ময়ূৰ মাৰি পাখি বিক্ৰি কৰি ধন ঘটে। বহুতে এই পাখিৰে বিচনী আৰু বৈঠকখানাত সজাই ৰখা বস্তু তৈয়াৰ কৰে। ইহঁতে হাবিৰ ওচৰত খেতি পথাৰত জাকপাতি খেতিয়কৰ শস্য খাই খেতি নষ্ট কৰে।

বাসস্থান, বিচৰণভূমি, স্বভাৱ আৰু খাদ্য—এই ময়ূৰ ভাৰতত, পাকিস্থানত আৰু শ্ৰীলংকাত পোৱা যায়। পাতসৰা কাঁইটীয়া জঙ্গলত, নৈ বা জুৰিৰ ওচৰত ইহঁতে বাস কৰি ভাল পায়। এটা মতা ময়ূৰৰ লগত কেইবাজনীও মাইকী ময়ূৰ সঙ্গী লৈ ঘূৰি ফুৰে। দিনত চৰি ফুৰি ৰাতি ডাঙৰ গছত জিৰণি লয়। শস্যৰ গুটি, শাক-পাচলিৰ গা-গছ, মূল, পোক, জেঠি, এনেকি সাপো ইহঁতে খাই জীয়াই থাকে। হিন্দু সম্প্ৰদায়ৰ দুৰ্গাপূজাৰ প্ৰতিমাত কাৰ্তিকৰ বাহন ময়ূৰ আমি দেখা

পাওঁ । ময়ূৰৰ সংখ্যা কমিছে যদিও, কাজিৰঙা ন্যাচন্যাল পাৰ্কত মানাহ বাঘ্য প্ৰকল্পত আৰু গোৱালপাৰাৰ কোনো কোনো হাবি-জঙ্গলত ময়ূৰ একেবাৰেই নাইকিয়া হৈ যোৱা নাই ।

বাহ আৰু কণী—জানুৱাৰীৰ পৰা অক্তোবৰ মাহৰ ভিতৰত ইহঁতে কণী পাৰে । মাটিত গাত কৰি তাৰ ওপৰত ডাল-পাত দি ইহঁতে বাহ সাজে । কণী ৩টাৰ পৰা ৫টা । উজ্বল মাখন ৰঙৰ । এই ধুনীয়া পখীবোৰক ৰক্ষা কৰাটো আমাৰ কৰ্ত্তব্য ।

—০—

## বন কুকুৰা

ইংৰাজী—The Red Jungle fowl

বৈজ্ঞানিক—Gallus gallus.

আকৃতি-প্ৰকৃতি—ঘৰচীয়া কুকুৰাৰ লগত বনৰীয়া বন কুকুৰাৰ সাদৃশ্য আছে । ঘৰচীয়া কুকুৰাই যিমান উৰিব পাৰে তাতোকৈ এই বন কুকুৰাই অধিক উৰিব পাৰে । এই কাৰণেই হাবি-জঙ্গলৰ মাজত ইহঁতে নিজকে শত্ৰুৰ পৰা আত্মৰক্ষা কৰিব পাৰে । এই কুকুৰাৰো গাৰ ৰং, স্বভাৱ, ঘৰচীয়া কুকুৰাৰ দৰেই । ইহঁত কেৱল ঘৰচীয়া কুকুৰাতকৈ ওজনত পাতল । ইয়াৰ কাৰণ সম্ভৱ অহৰ্নিশে খাদ্য অন্বেষণ কৰি ঘূৰি ফুৰাৰ বাবে হ'ব পাৰে । ইহঁতৰো ঘৰচীয়া মতা কুকুৰাৰ দৰে মতাটোৰ মূৰত জ' থাকে । গাত সাতৰঙী পোছাক । হাবিৰ মাজৰ মুকলি ঠাইত ইহঁতে ঠেঙৰ নখেৰে পোক-পৰুৱা বিচাৰি খাদ্য খাই ফুৰে । এই কুকুৰাই ঘূৰীয়াকৈ অথবা জাকপাতি জঙ্গলৰ মাজত বিচৰণ কৰি ফুৰে ।

বাসস্থান, বিচৰণভূমি, স্বভাৱ আৰু খাদ্য—উত্তৰ ভাৰত



বিশেষকৈ হিমালয়ৰ পাদদেশৰ পৰা অসমলৈ মধ্যপ্ৰদেশৰ পূৰ্বাঞ্চলৰ গোদাবৰী নৈৰ দক্ষিণে আৰু ব্ৰহ্মদেশৰ হাবিতো এই বন কুকুৰা পোৱা যায় । শ্ৰীলংকাৰ হাবিতো আছে । এই বন কুকুৰাই হাবি-জঙ্গলৰ বন পথত ৰাতিপুৱা আৰু আবেলি চৰি ফুৰা দেখা যায় । এই কুকুৰা স্বভাৱত বৰ লাজকুৰীয়া । সামান্য শব্দ হলেই উৰা মাৰি কোনোৰা ধুবুৰী পায়গৈ ।

বাহ আৰু কণী - কণী পৰাৰ সময় মাৰ্চৰ পৰা মে মাহ । ঘাঁহনি-বননিৰ মাজত শুকান পাত আদিৰে সামান্য দ কৰি ইহঁতে বাহ লয় । কণীৰ সংখ্যা ৫টা বা ৬টা । মতাটোৱে কেইবাজনীও কুকুৰাৰ লগত ঘৰ পাতে । মাইকীজনীয়েহে কণীত উমনি দিয়ে ।

—০—

## মৌখোৰা

ইংৰাজী—The Common Bee-eater, The Large Green Bee eater, The Chestut-headed Bee-eater.

বৈজ্ঞানিক—Mirops orientalis, Mirops superciliosus Mirops beschenenlti.

আকৃতি-প্ৰকৃতি— ইহঁতৰ গাৰ বৰণ ওপৰৰ ফালে নীলা সেউজীয়া । চকুৰ ফালে কিছুমানৰ হালধীয়া আৰু ৰঙা গাখি থাকে । সুকীয়াকৈ বা বে-যুৰীয়াকৈ ইহঁতে বিচৰণ কৰে । হিমালয়ৰ পাদদেশৰ ভৈয়ামত, পঞ্জাৱত অসম আৰু ব্ৰহ্মদেশত ইহঁতক লগ পোৱা যায় । ইহঁত প্ৰধানকৈ হাবি-জঙ্গলৰ চৰাই । কেইবাবিধো মৌখোৰা আমি দেখিবলৈ পাওঁ । ইয়াৰে দুই এবিধ পাতসিয়াতকৈও সৰু । উৰি একে ঠাইতেই বৈ থাকিব

পৰাটো ইহতৰ বিশেষত্ব । এই চৰাইৰ আকৃতি সৰু ।

বাসস্থান, বিচৰণ ভূমি, স্বভাৱ আৰু খাদ্য - ইহতৰ খাদ্য গছৰ গুটি, ফুলৰ মৌ, সৰু মকৰা, আৰু পোক পৰুৱা ।

বাহ আৰু কণী—মাৰ্চ মাহৰ পৰা জুন মাহৰ ভিতৰত ইহতে কণী পাৰে । কণীৰ সংখ্যা ২টাৰ পৰা ৩টা । ইহতেও টোকোৰা চৰাইৰ দৰে গছৰ ডালত ওলোমা বাহ সাজি বাস কৰে । মৌ ইহতৰ প্ৰধান খাদ্য হেতুকে হাবি-বননিত ফুলৰ মাজে মাজে ঘূৰি মৌ শুহি খাই জীৱন নিৰ্বাহ কৰে ।

—০—

## ডৰিক

ইংৰাজী—The Black Partridge, The Painted Partridge, The Grey Partridge.

বৈজ্ঞানিক—Francolinus francolinus, Francolinus pictus, Francolinus pondicerlanus.

আকৃতি-প্ৰকৃতি—ডঁৰিকো চিকাৰৰ পখী । ইহতক চিকাৰ কৰি বধ কৰাৰ কাৰণে চিকাৰীয়ে সুৰুঙা বিচাৰি ফুৰে। ইহতৰ গা ৰঙা-মুগা পাখিৰে ঢাক খোৱা যদিও কিছুমান পাখিৰ ৰং ধোঁৱা বৰণীয়া । ঠেংবোৰ গাৰ অনুপাতে শকত । হাবি-জংগলৰ ভিতৰত এই ডৰিকে নিৰ্ভয়ে চৰি ফুৰে। দেও ডৰিক বুলি এবিধ চৰাই আছে ।

বাসস্থান, বিচৰণভূমি, স্বভাৱ আৰু খাদ্য—ইহঁতক ভাৰতৰ সকলো ঠাইত, পাকিস্থানত, ব্ৰহ্মদেশত আৰু বাংলাদেশত পোৱা যায়। কিন্তু শ্ৰীলংকাত নাই। ইহতে থৰকৈ উৰিব পাৰে। হাবিৰ মাজত অলপ দূৰ উৰি গৈ আকৌ হাবিত লুকাই যায়। ইহতৰ খাদ্যৰ ভিতৰত পৰে শস্যৰ গুটি, উঁই পৰুৱা আৰু



অন্যান্য পাখি থকা পোক।

বাহ আৰু কণী—মাৰ্চ মাহৰ পৰা মে মাহৰ ভিতৰত ইহতে কণী পাৰে। কণী ৩টাৰ পৰা ৪টা। ৰঙা-মুগা বা



হালধীয়া। শস্যৰ মাজত বা ঘাঁহনিত ঘাঁহ-পাত গোটাই ইহতে বাহ লয়। আগতে আমাৰ হাবি-জঙ্গলত এই ডৰিক চৰাই উৰি আছিল কিন্তু এতিয়া মানুহৰ হিংসাকুৰীয়া নীতিৰ কাৰণে এই চৰাই দুখলগাকৈ হ্ৰাস পাইছে।

—০—

## দেও ডঁৰিক

আকৃতি-প্ৰকৃতি—এটা ঘৰচীয়া মাইকী কুকুৰাৰ সমান ডাঙৰ ইহতৰ গাৰ ৰং প্ৰধানকৈ ক'লা, মাজে মাজে ফুট্ ফুটীয়া আৰু বগা। ফিচা থোপোকা। মতাটোৰ গাল অংশত চিক্ চিকীয়া বগা দাগ আৰু গাৰ পাখিৰ মুগা বৰণ। মাইকীজনী মতাটোতকৈ

কিছু অনুজ্জ্বল, ক'লা আৰু বগা ৰঙৰ সংমিশ্ৰণ, মুগা বৰণৰ দাগ থকা।

বাসস্থান, বিচৰণভূমি, স্বভাৱ আৰু খাদ্য—অসমকে ধৰি উত্তৰ ভাৰতত সাধাৰণতে সমুদ্ৰ পৃষ্ঠৰ ৫০০০ ফুট ওপৰলৈ পশ্চিম হিমালয়ত পোৱা হয়। দক্ষিণত কচ্ছ দ্বীপৰ পৰা গোৱালিয়ৰ হৈ উৰিষ্যাৰ চিল্কা হ্ৰদলৈ এই চৰাই দেখিবলৈ পোৱা হয়। পশ্চিম পাকিস্থানতো আছে। সচৰাচৰ পানীৰ ওচৰৰ চাপৰ চাপৰ হাবি-বননিত আৰু ওখ ঘাঁহনিতো বাস কৰে। ইহঁতে কুঁহিয়াৰ বাৰীত, বিভিন্ন শস্যৰ পথাৰত আৰু উত্তৰ ভাৰতৰ খাল অৱস্থিত জলসিঞ্চন এলেকাতো থাকি ভাল পায়। ইয়াৰ উপৰিও চাহ বাগিচাত আৰু হিমালয় অঞ্চলৰ বহিৰ্ভাগতো দেখা যায়। ৰাতি-পুৱা আৰু আবেলি ইহঁতে শস্যৰ পথাৰত সোমাই চৰি ফুৰে। এই চৰায়ে বৰ বেগে খোজকাঢ়িব পাৰে। ঘন ঘনকৈ ডেউকা মাৰি ইহঁতে উৰি যায়। ইহঁতৰ খাদ্যৰ ভিতৰত পৰে শস্যৰ গুটি, ধান-চাউল, ঘাঁহৰ গুটি, সেউজীয়া গা-গছ, উঁই-চিৰিঙা পোক আদি। হাবিৰ মাজত মাতিলে হাবি-জঙ্গল ৰজন্‌জনাই যায়।

বাহ আৰু কণী—কণী পৰাৰ সময় এপ্ৰিলৰ পৰা জুলাই মাহ। ঘাঁহনিৰ মাজত গছৰ পাত, ঘাহ আদি গোটাই গছ লয়। কণীৰ সংখ্যা ৬টাৰ পৰা ৮টা। প্ৰায় মুগা বৰণৰ।

—০—



# উলু ম'ৰা

ইংৰাজী—The Lesser Florican

বৈজ্ঞানিক—Sypheotides indica

আকৃতি-প্ৰকৃতি—নামত ম'ৰা চৰাই হলেও ম'ৰাৰ দৰে ইহঁতৰ দীঘল ধুনীয়া ফিচা নাই। এই চৰাইক চিকাৰ কৰাৰ বাবে পিছে পিছে খেদি ফুৰে। ইহঁতৰ ঠেং দীঘল, ডিঙি দীঘল আৰু ভাঁজ খোৱা, মূৰত কীৰিটিৰ দৰে দীঘল পাখি থাকে। গাটোৰ ওপৰত নীলা ৰঙৰ পাখি, কণ্ঠত, ডিঙিত ডেউকাত বগা পাখি। ঠোঁট আৰু ঠেং পাতলীয়া হালধীয়া ৰঙৰ। উৰি যাওঁতে তলৰ পৰা ডেউকাৰ ভিতৰৰ পাখি প্ৰথমতে চকুত পৰে।

বাসস্থান, বিচৰণভূমি, স্বভাৱ আৰু খাদ্য—ভাৰতৰ মৰুভূমি খণ্ডৰ উলুৱনিত খেৰণিত ঘূৰি ফুৰা কাৰণেই ইহঁতৰ নাম উলু ম'ৰা। খাদ্য—সেউজীয়া ঘাঁহ-বনৰ, গা-গছ, শস্যৰ গুটি, পোক ইত্যাদি। ইহঁতৰ আকৃতি অলপ কুঁজা।

বাহ আৰু কণী—কণী পৰাৰ সময় জুলাইৰ পৰা অক্টোবৰ মাহ। কণী ৩টাৰ পৰা ৬টা। মুগা বৰণৰ। মাটিৰ ওপৰত শস্যৰ পথাৰৰ মাজত বা ঘাহনিত ইহঁতে বাহ লয়। মাইকী-জনীয়ে অকলে কণীত উমনি দিয়ে। আৰু পোৱালিৰ তত্ত্বাৱধান লয়। এই উলু ম'ৰা আমাৰ হাবি-বননিৰ পৰা নাইকিয়া হোৱাৰ উমক্ৰম হৈছে। গতিকে চৰকাৰে ইয়াৰ বধ নকৰিবলৈ আইনেৰে বাধা নিষেধ কৰিছে। আমাৰ হাবি-জঙ্গলত এই চৰাইৰ সংখ্যা কম যদিও মানস বাঘ প্ৰকল্প আৰু কাজিৰঙাৰ জাতীয় উদ্যানত এতিয়াও কিছু সংখ্যক উলু ম'ৰা দেখিবলৈ পোৱা যায়।

—০—

## ভাটৌ

ইংৰাজী—The Large Indian Parakeet. The Roseringed Parakeet, The Blossomheaded Parakt. The Loikesmt.

বৈজ্ঞানিক—Psittacula erepatria. Psittacula krameri, Psittacula cyanocephala, Coryeis vernalis,

আকৃতি-প্ৰকৃতি—ভাটৌ, টিয়া, গলমণিকা, গামপোৰা আদি বিভিন্ন জাতৰ ভাটৌ চৰাই আমাৰ দেশত আছে। এই চৰাইবোৰ হ'ল সজাৰ পখী। ভাটৌ আৰু টিয়া চৰাইৰহে সাধাৰণ ভাৱে বিৱৰণ দিয়া হৈছে। আনবোৰ ভাটৌৰ পাখিত বিভিন্ন ৰঙৰ সমাবেশ দেখিবলৈ পোৱা হয়। ভাটৌ, টিয়া মইনা চৰাইৰ দৰে পুহি মানুহৰ মাত কথা শিকাব পাৰি। এই চৰাইৰ ঠোঁট টিক্‌টিকীয়া ৰঙা- আগটো আকোৰা। ডিঙিত ক'লা ৰঙা ৰঙৰ ৰেখা, ঠোঁটৰ ঠিক তলতেই এচমকা ক'লা দাগ। ভাটৌৰ বৰণ উজ্বল সেউজীয়া। ডেউকাত সামান্য ক'লা ৰং। চকু ডাঙৰ ফিচা দীঘল, ক্ৰমান্বয়ে আগলৈ সৰু। ভাটৌ-টিয়া পখীয়ে বাৰিষা কালত ইহঁতৰ উপস্থিতি মনকৰিবলগীয়া।

বাসস্থান, বিচৰণভূমি, স্বভাৱ আৰু খাদ্য—ভাৰতৰ সকলো ঠাইতেই, পাকিস্থানত, ব্ৰহ্মদেশত, শ্ৰীলংকাত এই ভাটৌ-টিয়া পখী পোৱা যায়। খাদ্য নানাবিধ ফল, বগৰী জাতীয় গছৰ গুটি, বিছা, পোক পৰুৱা। এই চৰায়ে বেগাই উৰি যাব পাৰে। পাতবুলীয়া এই ভাটৌ টিয়া চৰায়ে গছৰ আগত বিচৰণ কৰিলে সহজতে চিনিবকে নোৱাৰি।

বাহ আৰু কণী—ডিচেম্বৰৰ পৰা এপ্ৰিল মাহত ইহঁতে কণী পাৰে। গছৰ খোৰোঙত বাহ লয়। কণী ২টাৰ পৰা



৪টা। ৰং বগা। মতা-মাইকী উভয়ে কণীত উমনি দি পোৱালি জগায়।

—O—

## হাইঠা, পৰ্ঘুমা

ইংৰাজী—The Common Green Pigeon. The impemial Pagion.

বৈজ্ঞানিক—Crocopus phoenicopterus Columba livia.

আকৃতি-প্ৰকৃতি—এটা ঘৰচীয়া পাৰৰ সমান ডাঙৰ। ইয়াৰ গাৰ ৰং হালধীয়া সেউজীয়া ধোঁৱাবৰণীয়া, বগাৰ সংমিশ্ৰণ। ক'লা ৰঙৰ ডেউকাত হালধীয়া ৰঙৰ বোল থকা। মতা-মাইকী দেখাত একে। ঠেং হালধীয়া। জাকপাতি হাবি জঙ্গলত বিচৰণ কৰে।

বাসস্থান, বিচৰণ ভূমি, স্বভাৱ আৰু খাদ্য—দৰাচলতে ভাৰতৰ সকলো ঠাইতেই এই চৰাই আছে। পূব পাকিস্থান, শ্ৰীলংকা আৰু ব্ৰহ্মদেশতো বিদ্যমান। এই পৰঘুমা তিনিবিধ কিন্তু গাৰ ৰঙৰ প্ৰত্যেকৰ লগত কিছু অমিল আছে। সাধাৰণতে হাবিৰ মাজত জাকপাতি বাস কৰে আৰু কেতিয়াবাহে মাটিত পৰে। ডাঠ হাবিত, আলিৰ দাঁতিৰ গছ-গছনিত, বিশেষকৈ আঁহত, বট-গছত ফল দিয়াৰ সময়ত, বাগিচা আৰু গাওঁ নগৰত থকা জোপোহা হাবিত ইহঁতে সচৰাচৰ চৰি ফুৰে। ইহঁতক চিকাৰ কৰাৰ সময়ত বন্দুকৰ শব্দ শুনিলেই জাকপাতি খৰগতিত উৰি যোৱাটো ইহঁতৰ স্বভাৱ। গছৰ ফলেই ইহঁতৰ মূল খাদ্য। খাদ্য খাওঁতে ইহঁতে মধুৰ শব্দ কৰে।

বাহ আৰু কণী—মাৰ্চৰ পৰা জুন মাহৰ ভিতৰত কণী পাৰে। নাতি উচ্চ গছত ডাল পাত গোটাই ইহঁতে বাহ বান্ধে। কণী ২টা। বং বগা। মতা-মাইকী উভয়ে পো-পোৱালি জগোৱাত সহযোগ কৰে।

—O—

## কপৌ

ইংৰাজী—The Brozewinged dove, The Red Turtle dove, The Spotted dove, The Ring dove, The little Brown dove.

বৈজ্ঞানিক—Chalcophaps indica, Oenopopelia struguefarica, streptopelia chinensis Streptopelia decaocto. Streptopelia Senegalensis.

আকৃতি-প্ৰকৃতি—পাৰ চৰাইৰ দৰে কপৌ চৰাইৰো আকৃতি প্ৰকৃতি। এই কপৌৰ জাত ৫ বিধমান। সাধাৰণতে আমি দেখা কপৌৰ নাম হ'ল, শেত কপৌ, হাৰুৱা কপৌ, শিল কপৌ ইত্যাদি। কিছুমানৰ গাৰ বং মুগা-ৰঙচুৱা, পাখি নীলা-সেউজীয়া ৰেতোৰ ডিঙিত মণিৰ দৰে গলগতা থাকে আৰু কেতোৰ ডিঙিত ফুট ফুটীয়া বং। কপৌৰ ঠেং ৰঙচুৱা। কপৌৰে পাতলীয়া হাবিত খেতি পথাৰৰ ওচৰত বাস কৰে। এই কাৰণেই যে, সহজতে পোৱা খেতি পথাৰৰ শস্যৰ গুটি খাই জীয়াই থাকিব পাৰে। ইহঁতে মানহৰ খেতি পথাৰৰ ধান খাই তহিলং কৰে। আঁহত বট গছৰ গুটি আৰু হাবিত পোৱা আন গছৰ ফলো খায়।

বাসস্থান, বিচৰণভূমি, স্বভাৱ আৰু খাদ্য—কপৌ ভাৰত, পাকিস্থান, শ্ৰীলংকা আৰু ব্ৰহ্মদেশতো আছে। 'ক্ৰু-ক্ৰ ক্ৰু' কৰি ইহতে দুপৰীয়া কণ দি লগৰীয়াক মাতে। ইহঁতে যুৰীয়াকৈ



বা জাকপাতি ঘূৰি ফুৰে। কিছুমানে মানুহৰ চৌহদৰ গছ-গছনিতো বাহ লয়। ইহঁতৰ কণী পৰাৰ কোনো নিৰ্দ্ধাৰিত সময় নাই। গছৰ ফেৰেঙনিত, বঙলা ঘৰৰ চালতো ইহঁতে বাহ লয়।

বাহ আৰু কণী—কণীৰ সংখ্যা ২টা। বং বগা। মতা-মাইকী উভয়ে বাহ বন্ধা কাম কৰে আৰু পোৱালি প্ৰতিপালন কৰে।

কপৌ হ'ল শান্তিৰ প্ৰতীক। ইহঁতৰ মতা-মাইকীৰ প্ৰেম আদৰ্শনীয়।

—O—

## দেওহাঁহ আৰু গোলাপীমূৰী হাঁহ

অসমৰ জঙ্গলত অতীতত এবিধ বৰ ধুনীয়া হাঁহ আছিল। নাম গোলাপীমূৰী হাঁহ (Pinkheaded Duck) কিন্তু সেই হাঁহ বিধ এতিয়া আৰু নাই। এই হাঁহবিধৰ অৱলুপ্তি ঘটিছে। তেনেদৰে দেওহাঁহ (Whitewinged Wood Duck) বিধো অৱলুপ্তিৰ পথত খোজ দিছিল কিন্তু ভাগ্য ক্ৰমে এই বিধ চৰাই ৰক্ষা কৰিব পৰা হৈছে। এই হাঁহ বিধ অলপীয়াকৈ বাংলা দেশত পোৱাৰ বাহিৰে পৃথিবীৰ অইন কোনো ঠাইত নাই। উত্তৰ-পূব দিশৰ অৰুণাচলৰ পাদদেশত অৱস্থিত গভীৰ অঞ্চলৰ পৰা অসমৰ দুৱাৰমৰা সংৰক্ষিত বনাঞ্চলকে সামৰি এক বিস্তৃত এলেকাজুৰি থকা গভীৰ অৰণ্যানিত এই দেওহাঁহৰ নিবাস। অৱশ্যে প্ৰয়াত পক্ষীবিদ ড° আলিয়ে পশ্চিম অসমৰ কামৰূপ আৰু গোৱালপাৰা জিলাৰ গভীৰ অৰণ্যত কিছু সংখ্যক হাঁহ থকা বুলি উল্লেখ কৰিলেও গ'ড়ৰ ঘাই ঘৰ যেনেকৈ কাজিৰঙা, দেওহাঁহৰ ঘাই ঘৰো উজনিৰ ডুমডুমা অঞ্চলহে। ইহঁতৰ স্বভাৱ

হ'ল, যোৰ যোৰকৈ অথবা সৰু সৰু দলত বিভক্ত হৈ বিচৰণ কৰাটো । মানুহৰ জনবসতি এলেকাৰ পৰা দূৰৈত হাবিৰ মাজৰ ডাঙৰ বিল জলাশয়ত ইহঁতে বিচৰণ কৰি ফুৰে। ইহঁতৰ আকৃতি ঘৰচীয়া হাঁহতকৈ ডাঙৰ । মূৰ আৰু ডিঙিটোত বগা ফুটফুটীয়া দাগ থকা । ডেউকাৰ পাখি ধোঁৱাবৰণৰ ক'লা-মুগা । ডেউকাৰ বগা পাখি স্পষ্ট ভাৱে দেখা পোৱা যায় আৰু ইয়েই পক্ষীবিদক হাঁহ চিনাক্ত কৰাত বিশেষভাৱে সহায় কৰে । আমি সাধাৰণতে এই হাঁহবিধক দেওহাঁহ বুলি কওঁ । কাছাৰবাসীয়ে ইয়াক 'ডাউফলাম্' বুলিহে কয়। যিবোৰ ঠাইত এই হাঁহবোৰে বিচৰণ কৰি ফুৰিছিল, সেই গভীৰ বনাঞ্চল মানুহৰ কোপদৃষ্টিত সেৰেঙা হল আৰু ধীৰে ধীৰে ইয়াৰ সংখ্যা টুটি আহিল । দৰাচলতে বিজ্ঞান সন্মতভাৱে এই দেওহাঁহৰ গৱেষণা হোৱা নাই । ডুমডুমা অঞ্চলৰ পৰা কেইটামান হাঁহ ধৰি বৃটেইনৰ শ্লিমব্ৰিজত পোহনীয়া অৱস্থাত প্ৰজননৰ ব্যৱস্থাকৰা হৈছিল। গুৱাহাটীৰ চিৰিয়াখানাতো সংৰক্ষণ কৰা হৈছে । বহুতৰ এটা ধাৰণা আছে যে, এই হাঁহে কাঠনিৰ গছৰ খোৰোঙত ধনেশ পখীৰ দৰে বাহ লয় । ১৯৭২ চনত ৱাইল্ড লাইফ প্ৰটেকচন চিদিউন নং ১ (Wild life Protection Schedule No. 1) অনুসৰি এই চৰাই বধ কৰা অপৰাধ ।

পক্ষীবিদ সকলে আশা কৰিছে যে, উপযুক্ত সংৰক্ষণৰ ব্যৱস্থাৰ পৰিপ্ৰেক্ষিতত এই দেওহাঁহজাত সংৰক্ষিত কৰিব পৰা যাব ।

—o—

# কেইবিধমান গছ-বিৰিখৰ চিনাকিকৰণ

চিৰসেউজীয়া অসমখনি নদ-নদী, পৰ্বতেৰে ভৰপূৰ। ব্ৰহ্মপুত্ৰ নদকে ধৰি দিহিং, দিৰং, দিখৌ, সোৱণশিৰি, ধনশিৰি, ডিগাৰু ভৰলী, বৰাক আদি নৈয়ে সাৰুৱা উপত্যকা-ভৈয়াম সৃষ্টি কৰি অসমক সমৃদ্ধিশালী কৰি তুলিছে। পূব-উত্তৰ-দক্ষিণ দিশত চিৰসেউজীয়া পাহাৰ-পৰ্বতত অসংখ্য বিবিধ জাতৰ গছ-বিৰিখ, লতা-গুল্ম ভৰি আছে। এই পৰ্বতমালাতেই নহয় সাৰুৱা ভৈয়াম অঞ্চলতো বহু মূল্যবান গছ আছে। তাৰে কেইবিধমান সহজতে দেখা পোৱা গছৰ বিৱৰণ তলত উল্লেখ কৰা হ'ল। অৱশ্যে, সেইবোৰ গছৰ সংখ্যা আগতকৈ বহু কম ; তথাপিও একেবাৰে নাইকিয়া হৈ যোৱা নাই।

১। খৈৰা গছ (Acacia catechu) এই গছৰ পৰা খয়ৰ তৈয়াৰ কৰা হয়।

২। হলডু বা টুৰুকচঁপা (Adina Cordifolia) ফাৰ্নিচাৰ, পেকিং বাকচ, ড্ৰাম আদি তৈয়াৰ কৰাত ব্যৱহাৰ হয়।

৩। কৰৈ (Albizziaprocera) ঘৰ বন্ধা, বাতাম, কেন্সি আদি। গাড়ী তৈয়াৰ কৰা কামত ব্যৱহাৰ হয়।

৪। চতিয়না (Alstronia scholaris) প্লাইউড, দিয়াচলাই আদি তৈয়াৰৰ উপযোগী।

৫। জুটুলি (Altingia excelsa) সকলো নিৰ্মাণ কাৰ্যতে ব্যৱহাৰৰ উপযোগী কাঠ।

৬। আমাৰি (Amoora wallichii) নাও সজা আৰু ঘৰ সজা কামতো ব্যৱহাৰ হয়।

৭। কদম (Anthocephalus cadamba) পেকিং বাকচ, চাহ পাতৰ বাকচ আদিৰ বাবে উপযোগী। ইয়াক সহজে ফালিব পাৰি।

৮। চাম (Artocarpus chaphlasha) আচবাব, গৃহ নিৰ্মাণ আৰু নাও সজাত এই কাঠ সৰহকৈ ব্যৱহাৰ হয়।

৯। কঁঠাল (Artocorpus integrifolia) কঁঠাল সাৰ হালধীয়া। ই এবিধ উত্তম কাঠ।

১০। বেতুলা (Betula alnoides) বিভিন্ন কামত ব্যৱহাৰ হয়।

১১। উৰিয়াম (Bischofia javanica) পানীৰ তলত ই বহুদিন স্থায়ী হয়। ৰেলৰ স্লিপাৰৰ উপযোগী কাঠ।

১২। শিমলু (Salmalia malabaricum) শিমলু কাঠ দিয়াচলাই কাৰখানাত ব্যৱহাৰ হয়। শিমলুৰ তুলা সংগ্ৰহ কৰা হয়।

১৩। কুহিৰ (Bridelia retusa) ঘৰৰ খুটা, চতি আদি হয় আৰু বহুদিন টিকে।

১৪। সোণাৰু (Cassia fistula) ঘৰৰ খুটা, দলঙৰ খুটা আদি বৰ ভাল আৰু বহুদিনলৈ টিকে।

১৫। শিঙৰি (Castonopsis hystrix) ঘৰ-দুৱাৰ সজা কামত ব্যৱহাৰ কৰিব পাৰি।

১৬। পমা (Cedrela toona) উৎকৃষ্ট গছ, ফাৰ্ণিচাৰ, প্লাইউড আদি নিৰ্মাণত ব্যৱহাৰ কৰা হয়।

১৭। বগী পমা (Chikrasia tabularis) ফাৰ্ণিচাৰৰ উপযুক্ত কাঠ। সহজে ৰং কৰিব পাৰি।

১৮। গন্ধসৰৈ (Cinnamomum cecisdophue) কেঁচা গছত কৰ্পূৰ পোৱা যায়। ঘূণ আৰু উঁয়ে নোখোৱা কাঠ। ৰেলৰ ডবা এই কাঠেৰে তৈয়াৰ হয়।

১৯। পিং (Cynometra polyandra) টান কাঠ। অস্ত্ৰৰ নালৰ বাবে বিখ্যাত।

২০। শিশুগছ (Dalbergia sissoo) ই টান কাঠ আৰু বহুত দিন টিকে। সাৰভাগ মুগা বৰণীয়া। ই এবিধ সকলো



কামতে লগাব পৰা বিখ্যাত কাঠ।

২১। ঔটেঙা (Dillenia indica) গছজোপাৰ কাঠ ৰঙচুৰা। স্লিপাৰ তৈয়াৰ কৰা হয়।

২২। আক্ষি (Dillenia pentagyna) ঘৰৰ খুটা, তক্তা, চ'তি কৰিব পাৰি।

২৩। হোলোং (Dipterocarpus macrocarpus) অসমৰ বনভূমিৰ এবিধ শ্ৰেষ্ঠ কাঠ। প্লাইউডৰ কাৰণে উৎকৃষ্ট।

২৪। গৰ্জন (Diptirocarpus turbinatus) ঘৰৰ ভিতৰত থাকিলে এই কাঠ বহু দিন টিকে। ফালিবলৈ আৰু গোৱা-বলৈ সহজ।

২৫। খকন (Duabanga sonneratioides) এই বিধ গছ সোনকালে ডাঙৰ হয়। চাহপাতৰ বাকচৰ উপযোগী।

২৬। গমাৰি (Gmelina arborea) এই গছৰ কাঠ সকলো কামতে ব্যৱহাৰ কৰিব পাৰি।

২৭। চিত্ৰতা নাহৰ (Kadya axanica) সোনকালে ডাঙৰ হোৱা গছ। মাটীয়া তেলত গোৱাই ললে ৰেলৰ স্লিপাৰৰ কাৰণে উপযোগী হয়।

২৮। আজাৰ (Lagerstromia flosreginae) এই গছৰ সাৰ পাতল ৰঙা বৰণৰ, টান আৰু দিন যোৱা। ফালিবলৈ সহজ আৰু ৰং দিবলৈ ভাল। ফুল মনোমোহা।

২৯। চিদা (Lagerstromia perciplora) শিলাময় ঠাইত এই গছ সৰহকৈ হয়। ই বৰ টান গছ। সাৰভাগ ৰঙা বৰণৰ, পানীত গোৱালে বহুত দিন স্থায়ী হয়।

৩০। আম গছ (Mangifera indica) ফলৰ বাবে আম গছৰ মুল্য আছে। আম কাঠ মজলীয়া ধৰণে টান কিন্তু সৰহ দিন নেযায়। তক্তা ভাল।

৩১। নাহৰ (Mesua ferrea) ই এবিধ আলি-পদূলিৰ দাঁতিত

ৰোৱা ধুনীয়া গছ। উজনি অসমৰ হাবিত প্ৰচুৰ হয়। এই নাহৰ কাঠ বৰ টান আৰু মজবুত। ৰেলৰ শিলপাৰৰ কাৰণে ভাল। শুকানে ফালিব নোৱাৰা টান হয়।

৩২। তিতা চঁপা (Michelia champaca) তিত চঁপা অসমৰ এবিধ উত্তম কাঠ। ইয়াৰ সুগন্ধি ফুলৰ বাবে এই গছ দেৱালয়ৰ ওচৰত ৰোৱা হয়। প্লাইউডৰ বাবে উত্তম কাঠ।

৩৩। বোলা (Morus laviegata) ফালিবলৈ আৰু ৰং দিবলৈ ভাল। ফাৰ্ণিচাৰৰ বাবে মূল্যবান কাঠ।

৩৪। জীয়া (Lannea grandis) কাঠ পেঞ্চিল তৈয়াৰৰ কাৰণে উৎকৃষ্ট কাঠ।

৩৫। কুটা (Palaguium polyauphum) সকলো কামতে ব্যৱহাৰ কৰিব পাৰি।

৩৬। বনচোম (Phoebe goalparareusis) এই গছ অসমৰ চেগুণ নামে জনাজাত। সাৰ কাঠ মুগা বৰণৰ। টান আৰু কৰত বা মেচিনেৰে ফালিবলৈ উজু। সোণকালে শুকায় আৰু বহুদিন স্থায়ী হয়। ঘৰৰ কাম, ফাৰ্ণিচাৰ, দুৱাৰ-খিড়িকী আদি নিৰ্মাণত ব্যৱহাৰ হয়।

৩৭। মকৰীয়া শাল (Schima wallichii) সাৰ ভাগ পাতল ৰঙা, মজলীয়া ধৰনে টান, গেবোৱা অৱস্থাত ভালেমান দিনৰ পিছতহে শুকায়। সাধাৰণ নিৰ্মাণৰ কাঠ।

৩৮। মেকাই (Shorea assamica) ইয়াৰ সাৰ কাঠ পাতল, ধোঁৱাবৰণীয়া আৰু উজ্বল চিক্‌চিকীয়া, ওজনত মজলীয়া। সোণকালে শুকাব পাৰি। ই এবিধ উত্তম কাঠ। চতি, বোৰ্ড, ফাৰ্ণিচাৰৰ উপযোগী কাঠ। চাহ বাকচ তৈয়াৰ কৰা হয়।

৩৯। শাল গছ (Shorea robusta) অসমৰ সৰ্বোৎকৃষ্ট কাঠ। শাল গছৰ সাৰ ভাগ পাতল মুগা বৰণৰ, বয়সৰ লগে লগে ক্ৰমে ৰঙচুৱা হবলৈ ধৰে। অতি মজবুত, টান আৰু



দিন যোৱা কাঠ। ৰেলৰ শিলপাৰ হয়। ঘৰ নিৰ্মাণৰ উপযোগী।

৪০। অমৰা (Spondius mangifera) অতি সোণকালে ডাঙৰ হোৱা এবিধ ঢিলা কাঠ।

৪১। উদাল (Sterculia villosa) শুকান কাঠ পাতল আৰু সোণকালে ধ্বংশ হোৱা বিধৰ। চাহৰ বাকচ নিৰ্মাণত ব্যৱহৃত হয়।

৪২। চেগুণ (Tectona grandis) চেগুণ গছ অসমৰ থলুৱা গছ নহয়। ব্ৰহ্মদেশৰ পৰা গুটি আনি ইয়াত প্ৰথমতে বাগিচা সৃজণ কৰা হৈছিল। চেগুণ কাঠ উৎকৃষ্ট কাঠ।

৪৩। ভোমোৰা (Terminalia belerica) ফলৰ বাবে বিখ্যাত।

৪৪। অৰ্জুন গছ (Terminalia arjuna) ই আলিৰ দাঁতিত হোৱা গছ। স্থানীয়ভাৱে নাউ, নাঙল, গাড়ী আদিত ব্যৱহাৰ কৰা হয়। ই এবিধ বনৌষধি গছ।

৪৫। শিলিখা (Terminalia chebula) কাঠ আৰু ফলৰ বাবে অতি দৰ্কাৰী গছ।

৪৬। শলখ (Terminalia myriocarpa) চাহ পাতৰ বাকচ, প্লাইউডৰ বাবে কাঠ ব্যৱহাৰ কৰিব পাৰি। সাধাৰণ নিৰ্মাণ কাৰ্য্যতো উপযোগী।

৪৭। ভেলো (Tetrameles nudiflora) শিমলুৰ দৰে ঢিলা গছ। সোণকালে ডাঙৰ হয়। দিয়াচলাই কাৰখানা আৰু প্লাইউড কাৰখানাত ব্যৱহাৰ হয়।

৪৮। পিটুলী (Trewa nudiflora) ঢিলা বাবে ফালিবলৈ সহজ আৰু পেকিং বাকচ বা প্লাইউডৰ কাৰণে উপযোগী কাঠ। দিয়াচলাই কাঠি তৈয়াৰ হয়।

এয়া থূলমূলকৈ কেইবিধমান গছৰ বিৱৰণ।

### বেত

অসমৰ হাবিত এই বেত উৎপন্ন হয়। সাধাৰণতে উজনি

অসমৰ চিৰসেউজীয়া হাবিত সৰহকৈ হয়। ই লতাজাতীয় উদ্ভিদ। বেতৰ উপকাৰিতা আমাৰ সমাজত ভালদৰে জনাজাত। ই সাধাৰণতে ২৫/৩০ ফুট দীঘল হয় আৰু বছৰি ৭/৮ ফুটলৈ বাঢ়ে। আকৃতিত সৰু হলেও বেতৰ দৰে সবল আৰু দিন যোৱা বস্তু বৰ কম। এই বেত কয়লা খনি আৰু চাহ বাগিচাৰ টুকুৰীৰ বাবেও ব্যৱহাৰ হয়।

১। জাতি বেত (Calamus tunis)
২। লেজাই বেত (Calamus floribunda)
৩। ৰাইডাং বেত (Calamus flagellum)
৪। সৌকা বেত (Calamus califotuis)
৫। চুদ্দি বেত (Calamus gwinba)

অইন অইন বনজ সম্পদ কমি অহাৰ দৰে এই বেতো আমাৰ অসমৰ হাবি বননিত টুটি আহিছে।

—O—

## বাঁহ

অসমৰ হাবিত কেৱা জাতিৰো (প্ৰায় ৫০ বিধ) বাঁহ পোৱা হয়। তাৰ ভিতৰত তলত উল্লেখ কৰা ৭ বিধ বাঁহ সৰহকৈ পোৱা যায়। বাঁহৰ সাধাৰণ ব্যৱহাৰৰ বাহিৰেও আজিকালি 'পেপাৰ মিল'ৰ কাৰণে বাঁহৰ অতীব প্ৰয়োজন হৈ পৰিছে।

১। জাতি বাঁহ (Bambusa tulda)
২। কাকো বা পেচা বাঁহ (Dendrocalamus hamiltonii)
৩। খং বাঁহ (Dendrocalamus longispathes)
৪। বজাল বাঁহ (Psendostoenoum polymorphum)
৫। দাল বাঁহ (Teinostachyum dulloo)
৬। মুলি বা তৰাই বাঁহ (Melocaunna bambusoides)
৭। কালি (Oxytenanthera nigroeiliata)

—O—



## অসমৰ কেইবিধমান লেখত লবলগীয়া শিল্প

১। খয়ৰ শিল্প—খৈৰা গছৰ পৰা খয়ৰ তৈয়াৰ হয়। বৈজ্ঞানিক নাম (Acacia catechu)। এই গছ নামনি অসমৰ নৈৰ বালিচৰত অধিকভাৱে হয়। তদুপৰিও ভোটান পাহাৰৰ নিকটবৰ্তী ঠাইতো হয়। এই গছ কাটি টুকুৰা টুকুৰি কৰি সিজাই খয়ৰ তৈয়াৰ কৰা হয়। এই খয়ৰ অসমতকৈ অসমৰ বাহিৰৰ ৰাজ্যতহে বেছি প্ৰচলন হয়। এতিয়া খয়ৰ গছ কমি অহাৰ ফল স্বৰূপে এই খয়ৰ শিল্পও মৃত প্ৰায়।

২। অগৰু শিল্প— অগৰু গছৰ (Aguilaria agallocha) পৰা সুগন্ধি তেল নিষ্কাষণ কৰিব পাৰি। সাৰভাগ কাটি-কুটি সিজাই তেল উলিওৱা হয়। উজনি অসমৰ হাবিত এই আগৰ গছ আগতে অধিককৈ পোৱা হৈছিল। কিন্তু এতিয়া কমি আহিছে। আৰৱ দেশত এই আগৰ তেলৰ চাহিদা অধিক। স্থানীয় লোকৰ ই এক লাভজনক ব্যৱসায়।

৩। হাতী দাঁতৰ শিল্প—অসমৰ হাতী দাঁতৰ পৰা বহু আকৰ্ষণীয় আ-অলংকাৰ দেখনিয়াৰ বস্তু তৈয়াৰ কৰা হৈছিল। হাতী দাঁতৰ অভাৱত এতিয়া এই থলুৱা শিল্পও মৃতপ্ৰায়। বৰপেটাৰ হাতী দাঁতৰ শিল্প বিখ্যাত।

—O—

# ঔষধি গছৰ আভাস

অসমৰ হাবিত অসংখ্য ঔষধি বিৰিখ, লতা আদি ঠাহ খাই আছে। আগৰ দিনৰ মানুহে এই হাবিথনৰ পৰা এইবোৰ চিনাক্ত কৰি মানুহৰ নানান ৰকমৰ বেমাৰ-আজাৰ নিৰাময় কৰিছিল। আধুনিক সভ্যতাৰ কৃপাত চিকিৎসা ব্যৱস্থা উন্নত হোৱাত, আমাৰ মানুহে এই মুল্যবান গছ-বিৰিখ চিনিব নোৱাৰা হ'ল, ফলত এইবোৰ হাবিতেই অনাদৃত হৈ আছে। কিছু ঔষধি বিৰিখ পৰিচয় কৰি দিয়াৰ প্ৰয়াস কৰা হৈছে যাতে এই বিষয়ে অধ্যয়ন কৰা লোকে কিছু আভাস পাব পাৰে।

১। এগেৰুৱা—(Urena lobata) সৰু ফুল ফুলে। জোপোহা গছ। এই গছৰ শিপা আৰু বাকলি ঔষধত লাগে।

২। আগিয়া চিতা (Plumbago rosea) সৰু গছ। ফুল উজ্বল ৰঙা। গৰ্ভপাত কৰাৰ কাৰণে ইয়াক ব্যৱহাৰ কৰা হৈছিল। স্ত্ৰীৰোগৰ মহৌষধ। বন্ধ হোৱা ঋতুস্ৰাৱ নিৰাময় কৰিব পাৰি।

৩। অশোক (Saraca indica) স্ত্ৰীৰোগৰ ভাল দৰৱ।

৪। আছই গছ (Vitex peduncularis) ক'লা জ্বৰৰ ই ভাল ঔষধ।

৫। বান্দৰ কেকোৱা (Mukuma prurieus) জাৰকালি ফুলে। শিপাৰ ঔষধি গুণ মন কৰিবলগীয়া। গুটি স্নায়ু বৰ্দ্ধক।

৬। আমলখি (Phyllashus emblica) আয়ুৰ্বেদিক দৰৱত ব্যৱহাৰ হয়। জাৰকালি ফুল ফুলে।

৭। অৰ্জুন গছ (Terminalia arjuna) বাকলিৰ পৰা ঔষধ তৈয়াৰ কৰা হয়। 'হাৰ্ট ডিজিজৰ' ভাল ঔষধ।

৮। ভোমোৰা (Terminalia belrica) ফল সংগ্ৰহৰ সময়



জাৰকালি। আয়ুৰ্বেদিক ঔষধত আৱশ্যক হয়।

৯। বকুল (Mimosops elengi) গুটি, বাকলি আৰু পাত ঔষধত ব্যৱহাৰ কৰা হয়।

১০। বাঁহৰ পাত—বাঁহৰ পাত সিজাই ৰস উলিয়াই খাবলৈ দিলে, ৰোগীয়ে মূত্ৰৰোগৰ পৰা সকাহ পায়।

১২। বৰুণ (Crataera religiosa) বাকলি আৰু পাত সিজাই ৰস উলিয়াই ব্যৱহাৰ কৰিলে বাটবিষৰ উপকাৰ হয়।

১২। ভেকুৰী তিতা (Solenum tervum) কাঁইটীয়া চাপৰ জোপোহা গছ। বাকলি, শিপা, গা-গছ আৰু পাত আয়ুৰ্বেদিক ঔষধত ব্যৱহাৰ হয়।

১৩। ধপাত তিতা (Cleriodendron infortunatum) জোপোহা সৰু চাপৰ গছ। পাত সিজাই সেই পানীৰে গা ধুলে গাৰ বিষ কমে।

১৪। জঙ্গলী ভাং (Canabis sativa) আয়ুৰেদিক ঔষধত লাগে। তেজ চলাচলত ই সহায়ক।

১৫। বংশলোচন—বাঁহৰ ভিতৰত থকা চূৰ্ণ। ৰাহ বেমাৰত কবিৰাজে ইয়াক ব্যৱহাৰ কৰে।

১৬। বনকপাহ (Abroma augusta) স্ত্ৰীৰোগৰ কাৰণে ভাল দৰৱ। বাকলিয়ে পেটৰ ৰোগ নিৰাময় কৰে।

১৭। লেমটেম (Taraktogenos kurjii) ইয়াৰ গুটিৰ পৰা তেল উলিওৱা হয়। ছালৰ ঔষধ। এনেকি কুষ্ঠৰোগৰো মহৌষধ।

১৮। চতিমান (Alstronia scholaris) কুইনাইনৰ লগত এই গছৰ ৰস মিহলাই ঔষধ তৈয়াৰ কৰা হয়। ঘা-ফোঁহোৰাৰো ঔষধ।

১৯। ভালমোগ্ৰা (Gynocardia odorata) ফল গা-গছত লাগে। বিভিন্ন ঔষধত ব্যৱহাৰ হয়।

২০। দেবদাৰু (Polyanthia longifolia) বাকলি ঔষধত

লাগে ।

২১। ধতুৰা (Dutura fastuosa) পাত বাটবিষ অথবা গাৰ বিষ নিবাময় কৰাৰ বাবে ব্যৱহৃত হয় । মেলেৰিয়া জ্বৰৰো ঔষধ ।

২২। এৰা গছ (Richinus communis) পাত গাত খুন্দা লাগি উখহিলে সেক দি ভাল কৰিব পাৰি । গুটিৰ পৰা তেল উলিওৱা হয় ।

২৩। ইউকেলিপটাচ (Eucalyptus gobula) অষ্ট্ৰেলিয়া আদিম বাসস্থান । ইউকেলিপটাচ তেলে মেলেৰিয়া ৰোগৰ বীজাণু বধ কৰে ।

২৪। গণিয়ৰী (Premna latifolia) সৰু গছ । ইয়াৰ পাত ঔষধত লাগে । পাতত গোন্ধ আছে ।

২৫। জাৰ্মান লতা (Eupatorium) পাতৰ ৰসে সাধাৰণতে কাটিলে তেজ বন্ধ কৰে ।

২৬। গমাৰি (Gmelina arborea) বাকলিৰ ঔষধি গুণ আছে । আয়ুৰ্বেদিক ঔষধত ব্যৱহাৰ হয় ।

২৭। শিলিখা (Terminalia chebula) আয়ুৰ্বেদিক চিকিৎসাৰ ই মহৌষধ । 'ত্ৰিফলা' ঔষধত ইয়াৰ গুটিও লাগে ।

২৮। যজ্ঞ ডিমৰু (Ficus cuminis) ইয়াৰ গুটি ঔষধত লাগে । বছৰত দুবাৰ ফল দিয়ে ।

২৯। জামুক (Eugenia jambolna) ফুল আৰু ফলৰ খাদ্য হজম কৰাৰ গুণ আছে । হাগণিত ইয়াৰ বাকলি আৰু পাত ব্যৱহাৰ কৰিলে বেমাৰ নিৰাময় হয় ।

৩০। কাঞ্চন (Bauhinia purpuria) বগা আৰু ৰঙা দুবিধ কাঞ্চন আছে । বাকলি ঔষধত দৰ্কাৰ হয় ।

৩১। খয়ৰ (Acacia catechu) এই খয়ৰ খোৱাৰ উপৰিও ঔষধত ব্যৱহাৰ হয় ।



৩২। কুঁজী ঠেঁকেৰা (Garcinia sfop) হাগণিৰ ভাল দৰৱ ।

৩৩। লতা গুটি (Caesalpinia Bandu cella) কাঁইটীয়া জোপোহা গছ । জ্বৰ নিৰাময় কৰিবলৈ ইয়াৰ গুটিৰ আৱশ্যক হয় ।

৩৪। নাহৰ (Mesua ferrea) ফুল আয়ুৰ্বেদিক ঔষধত দৰ্কাৰ হয় ।

৩৫। নিম (Melia indica) গছ জোপাৰ প্ৰত্যেক অংশই মানুহৰ বেমাৰ আজাৰ নিৰাময় কৰে । দুবিধেই নিম গছ আমাৰ ৰাজ্যত পোৱা যায় ।

৩৬। পাৰলি (Striospermum chelonoides) বাকলি ঔষধত লাগে । ৰক্ত পৰিষ্কাৰ কৰা ইয়াৰ গুণ আছে । বহু আয়ুৰ্বেদিক ঔষধৰ অনুপান ।

৩৭। পিপলী (Piper lingum) লতাজাতীয় গছ । পিপলী ঔষধত ব্যৱহাৰ হয় আৰু ই কাঁহৰ বেমাৰ নিৰাময় কৰে ।

৩৮। পলাশ (Butea frondosa) ইয়াৰ গুটিৰ পৰা যি ঔষধ তৈয়াৰ কৰা হয় সেই ঔষধে স্ত্ৰীৰোগ ভাল কৰে । ই কেচুৰো ঔষধ ।

৩৯। চজিনা (Moringa pterygospermum) সৰু গছ বাকলি, পাত, ফল, ফুলৰ ঔষধি গুণ আছে । ইয়াক খাদ্য স্বৰূপেও খোৱা হয় ।

৪০। সৰ্পগন্ধা (Rowalfia serpentina) সৰু জোপোহা গছ উচ্চ ৰক্তচাপ বেমাৰৰ ই মহৌষধ ।

৪১। শতমূল (Asparagus racemosus) ই দুজাত । ইয়াৰ অসীম ঔষধি গুণ আছে । বহু ঔষধৰ ই অনুপান ।

৪২। শিমলু (Bombax malabaricum) ইয়াৰ বাকলি ঔষধত লাগে । শিপাও ঔষধত ব্যৱহাৰ হয় ।

৪৩। সোণা (Oroxylum indicum) বাকলি আয়ুৰ্বেদিক ঔষধত ব্যৱহাৰ কৰা হয় ।

৪৪। সোণাৰু (Cassia fistula) আয়ুৰ্বেদিক ঔষধৰ ই অনুপান। সোণাৰুৰ দীঘলীয়া চেঙৰ ভিতৰত ক'লা ৰঙৰ মওহাল পদাৰ্থ থাকে।

৪৫। ঠেকেৰা টেঙা (Garcinia pedunculata) গছ ডাঙৰ। ফল হাগনিৰ বাবে ভাল ঔষধ।

## এতিয়া কিছুমান ৰোগৰ নিদান দাঙি ধৰেঁা

ক) কফৰ কাৰণে—বাসক, তুলসী, পিপলী, বচ, তেজপাত, জালুক।

খ) স্নায়ু সবল কৰাৰ কাৰণে—বান্দৰ কেকোৰাৰ গুটি, শতমূল, কুমলীয়া শিমলু গছৰ শিপা।

গ) হাগণিৰ কাৰণে—ঠেকেৰা টেঙা, বেল, কুঁজী ঠেকেৰা।

ঘ) পেটৰ অসুখৰ কাৰণে—ভেবেলী লতা, মানিমুনি, গান্ধী. হেলেঞ্চ।

ঙ) বুকুৰ বেদনাৰ কাৰণে—অৰ্জুন গছৰ ছাল।

চ) স্ত্ৰীৰোগৰ কাৰণে—অশোকৰ বাকলি।

ছ) দাঁতৰ বিষৰ কাৰণে—বঙালী এৰাৰ ৰস।

জ) কেচুৰ দৰৱ—পলাশ গছৰ গুটি, আনাবসৰ বগা আৰু কোমল পাতৰ অংশ।

ঝ) কটা ঘাঁৰ তেজ বন্ধ কৰাৰ কাৰণে—দুবৰি, বঙালী এৰাৰ ৰস, বিশল্যকৰণী।

ঞ) পোৰা ঠাই নিৰাময় কৰাৰ কাৰণে—আলুৰ ৰস, পিয়াজৰ ৰস, ভীমকলৰ ৰস, বুঢ়া আৰু শুকান তেতেলী পাতৰ গুৰি।

বনৌষধ সম্বন্ধীয় বক্তব্য ইমানেই।

—O—

# অসমৰ অৰণ্যৰ মাছ

হাবি-বননিত স্থলচৰ প্ৰাণীৰ উপৰিও জলচৰ প্ৰাণী আছে, আৰু আছে অসমৰ অসংখ্য নৈ বিলত মাছ-কাছ আদি। এই নৈ-বিলত মাছৰ মহল চৰকাৰে খুলি দি ৰাজহ আয় কৰে। অৱশ্যে সকলো নৈ বিলতেই যে মাছৰ মহল বিক্ৰী কৰে তেনেও নহয়। অভয়াৰণ্য আৰু ন্যাচন্যাল পাৰ্কত কোনো প্ৰাণীকেই হত্যা কৰিব নোৱাৰি। ইয়াত বন্য প্ৰাণী সংৰক্ষণ কৰাৰ পৰি-প্ৰেক্ষিতত আইনৰ কট্‌কটীয়া বান্ধোন আছে। কিছুমান সংৰক্ষিত বনাঞ্চলত যিবোৰত বৰ বৰ বিল আছে, সেইবোৰ চৰকাৰে ৰাজহৰ খাতিৰত সময়ে সময়ে বিক্ৰী কৰে। এই মাছৰ বিৱৰণ দিয়াটো কঠিন তথাপিও আমি কাজিৰঙাৰ ভিতৰত নৈ-বিলত থকা কিছু মাছৰ আভাস দিওঁ। মাছবোৰৰ স্থানীয় নাম আৰু বৈজ্ঞানিক নাম দিয়া হৈছে।

১) বঁাহপাতী—Ambly pharyngodon mola
২) কুচীয়া—Amphipuouss cuchia
৩) গৰুৱা—Bagwius bagwius
৪) কৰিলা—Belone caucila
৫) বাহু—Catta catta
৬) চন্দা—Chanda nama
৭) চেঙা—Channa amphibious
৮) চেঙেলী—Channa cachua
৯) শাল—Channa marulius
১০) গৰৈ—Channa punetatus
১১) শ'ল—Channa striatus

১২) মিৰিকা– Cirrhinus mrigala
১৩) মাগুৰ—Clarias batrachus
১৪) ভেঁচেলী—Colisa chuna
১৫) খলিহনা—Colisa fasciatus
১৬) বচা—Entropiichthys vacha
১৭) কৰতি—Gadusia chapra
১৮) পাটিমুতুৰা—Glossogobius giuris
১৯) শিঙি—Neteropheoustes horsilis
২০) ভাঙন—Labeo bata
২১) মালি—Labeo calbasu
২২) ৰৌ—Labeo rohita
২৩) নাদানি—Labeo naudina
২৪) কুড়ি—Labeo gonius
২৫) বামী—Mastacambelus armatus
২৬) ঘটীয়া শিঙৰা—Mystus blukari
২৭) বৰ শিঙৰা—Mystus cavastua
২৮) গাগল—Mystus menoda
২৯) আৰি—Mystus seenghala
৩০) শিঙৰা—Mystus vittatus
৩১) ভেদভেদী—Naudus naudus
৩২) চিতল --Natapterus chitala
৩৩) কান্দুলী—Natapterus natapterus
৩৪) পাভ—Ompark paba
৩৫) চেলেকনা—Orcygaster bacaila
৩৬) কাণী পুঠি—Puntius ticto
৩৭) চেনিপুঠি—Puntius sarana
৩৮) দৰিকণা—Rasbora daniconius



৩৯) এলেং—Rasbora elanga
৪০) গঙা টোপ—Tetradon cuteutia
৪১) বৰালী—Wallago atter

### সৰীসৃপ

১) ফেঁটী সাপ—Common cobra-naja naja
২) চকৰী ফেঁটী—King cobra-naja hamul
৩) অজগৰ—Indian python-python molurus
৪) পানী গুই—Water monitor-Varauus salrator
৫) গুই—Common monitor — —
৬) Kaso –Varius kind-tortosise
৭) ঘঁৰিয়াল—Indian Gharial-Gavialis gangeticus.

—O—

# পৰিশিষ্ট

১। মহাসাগৰত প্ৰায় ১৫০ বিধ বিভিন্ন প্ৰজাতিৰ অক্টোপাছ আছে । মেৰুদণ্ডী প্ৰাণীৰ ভিতৰত শামুকজাতীয় এই কোমলদেহী প্ৰাণী বৰ বুদ্ধিমান । দেহত ৮টা বাহু, বাহুবোৰত চিকাৰ কৰিবলৈ আৰু ধৰিবলৈ ডাঙৰ ডাঙৰ শোষক থাকে । ই মাছ, কেঁকোৰা, মিছামাছ, আন সৰু অক্টোপাছ ধৰি পিচ ফালে থকা লালতি গ্ৰন্থিৰি পৰা এক নিদ্ৰাজনক মাদক ৰস চিকাৰৰ ওপৰত প্ৰয়োগ কৰি, অৱশ কৰি পেলায় । ইয়াৰ পিছত চিকাৰটো আজৰি সময়ত খাবলৈ তাৰ শিলৰ গুহাৰ বাসস্থানলৈ লৈ যায় ।

২। চীনৰ চিকাৰী মেন্‌টিছবোৰৰ মাইকীজনী বৰ খকুৱা । মতাটোৱে মাইকীজনীৰ হাতত অৱশেষত নিজৰ মূৰটোও হেৰুৱাবলগীয়াত পৰে । সংগামৰ সময়ত মাইকীজনীয়ে মতাটোৰ মূৰ খাই পেলায় । মূৰবিহীন মতাটোৱে সেইদৰেই সংগামত লিপ্ত হয় । মাইকীজনীয়ে মতাটোৰ মূৰটোৰ পৰা পোৱা মাংসাহাৰ কণী পাৰিবলৈ ব্যৱহাৰ কৰে ।

৩। ছাৰ্ক যে ভয়ানক মাংসাহাৰী সকলোৱে জানে । ছাৰ্কৰ এক প্ৰজাতি টাইগাৰ ছাৰ্ক' সাধাৰণতে আটলাণ্টিক মহাসাগৰৰ উপকূলত পোৱা যায় । ভ্ৰূণবোৰে মাকৰ গৰ্ভত থাকোঁতেই দুৰ্বল ককাই-ভাই, বাই-ভনীবোৰক খাই পেলায় ।

৪। আটাইতকৈ লাহে লাহে যোৱা জলচৰ প্ৰাণী হল আমেৰিকাৰ তিনিনখীয়া শ্লথ । মাটিত প্ৰতি মিনিটত ই ১৮০ চে: মি:ৰ পৰা ২৪০ চে: মি: অতিক্ৰম কৰিব পাৰে ।

৫। আটাইতকৈ সৰু জাত বান্দৰ হ'ল 'গিস্‌মী মাৰম' চেট' । ইয়াক পেৰুৰ উত্তৰত, ব্ৰাজিলৰ দক্ষিণ অঞ্চলত পোৱা যায় । প্ৰাপ্তবয়স্ক বান্দৰ এটাৰ নেজৰ সৈতে দৈৰ্ঘ্য হ'ল,



১২ ইঞ্চি । ওজন ৪৯-৮০ গ্ৰাম ।

৬। জলচৰ প্ৰাণীৰ ভিতৰত আটাইতকৈ বেগী প্ৰাণী হ'ল চিতাবাঘ । ই ঘণ্টাত ৯৬-১০১ কিলোমিটাৰ পথ অতিক্ৰম কৰিব পাৰে ।

৭। হাতীৰ দৃষ্টিশক্তি ক্ষীণ কিন্তু ঘ্ৰাণ শক্তি বৰ প্ৰখৰ আৰু শ্ৰৱণশক্তি অধিক । কিবা বিসদৃশ শব্দ শুনিলেই ডাঙৰ মূৰটো ইফালে সিফালে ঘূৰাই বিপদৰ সন্ধান লয় ।

৮। হায়েনা হ'ল স্তন্যপায়ী মাংসাহাৰী নিশাচৰ প্ৰাণী । ই প্ৰকৃতি ৰাজ্যৰ ঝাৰুদাৰ । হাবি-সাৰি চাফা কৰে । অৰ্থাৎ আন ডাঙৰ মাংসাহাৰী জন্তুৱে চোবাব নোৱাৰি এৰি থৈ যোৱা মৰা শৱ হাড়বোৰৰ অৱশিষ্ট ই চাফা কৰে । হায়েনাৰ হনু ইমান শক্তিশালী যে হাড় গুৰি কৰি হাড়ৰ মাজৰ মজ্জাখিনিও উলিয়াই খাব পাৰে ।

৯। ডলফিনে সাঁতুৰি থকা অৱস্থাতে খাব পাৰে । ডলফিনৰ মগজু দুভাগে বিভক্ত, এভাগে বিশ্ৰাম লৈ থকা অৱস্থাত আন ভাগ অক্ষম হৈ থাকে । শ্বাস-প্ৰশ্বাসৰ বাবে ডলফিনে অনবৰতে চলাচল কৰি থকাটো প্ৰয়োজন । সেয়েহে মগজুৰ এটাৰ পিছত আনভাগ কাৰ্য্যক্ৰম আৰু বিশ্ৰামত থাকি শৰীৰৰ ক্ৰিয়া অটুত ৰাখে ।

১০। আটাইতকৈ ডাঙৰ আৰু গধুৰ ওজনৰ প্ৰাণী হ'ল নীলা তিমি । দক্ষিণ জৰ্জিয়াত আৱিষ্কৃত এজনী মাইকী নীলা তিমিৰ শৰীৰৰ দৈৰ্ঘ্য ৩৩ মিটাৰ আছিল ।

১১। আটাইতকৈ গধুৰ মগজুৰ জীৱিত প্ৰাণী হল 'স্পাৰ্ম তিমি । জাপানৰ ৪৯´ ফুট দৈৰ্ঘ্যৰ এটা স্পাৰ্ম তিমিৰ মগজুটোৰ ওজন আছিল ৯'২ কিলো গ্ৰাম ।

১২। আটাইতকৈ ডাঙৰ স্থলচৰ প্ৰাণী হ'ল আফ্ৰিকাৰ হাতী । গড় হিচাপে একোটা আফ্ৰিকাৰ মতা হাতীৰ উচ্চতা ৩ মিটাৰ

১৫ চেঃ মিঃ ওজন ৫৬ টন। আফ্ৰিকাৰ বা এছিয়াৰ হাতী দুয়োবিধৰ জন্মৰ দিনটোৰ পৰা মৃত্যুলৈকে একেৰাহে দৈৰ্ঘ্য আৰু উচ্চতাৰ বৃদ্ধি ঘটি থাকে। সমস্ত জীৱনটোত সিহঁতৰ সৰা দাঁত নতুন দাঁতেৰে পূৰাই থাকে যাতে গছৰ ডালৰ দৰে টান বস্তু চোবাই খাব পাৰে। হাতীৰ শুৰডালত এডালো হাড় নাই। ৪০,০০০ মাংসপেষীৰ সমষ্টি।

১৩। বিকানিৰ ৰাজ্যৰ মহাৰজাই ৰেকৰ্ড মতে এদিনতে ৪০ টা বন্দুকেৰে ৫,৭০০ টা চৰাই বধ কৰিছিল। ১৯২৯ চনত চৰাই চিকাৰত এদিনতে ৪৭০০টা চৰাই বধ কৰা হৈছিল আৰু পিছৰ দিনা মুঠ চিকাৰ কৰা চৰাইৰ সংখ্যা আছিল ৯১৭ টা। লৰ্ড লিনলিথগোৱে ১৯৩৮ চনত ৪১টা বন্দুকেৰে ৭২৭৩ টা হাঁহ মাৰিছিল আৰু ১৯১৬ চনত ভাইচয় লৰ্ডচেম্‌ছফোৰ্ডে ৭২০৬ টা চৰাই বধ কৰিছিল।

—০—

# পৃথিৱীৰ বিভিন্ন প্ৰাণীৰ লেখ

ভাৰতভৰ্ষত বৈশিষ্ট্যপূৰ্ণ প্ৰায় আটাইবোৰ জন্তুৰেই বিদ্যমান। এতিয়ালৈ পৃথিৱীত বিজ্ঞানীসকলে ৭৬,০০০ প্ৰজাতিৰ প্ৰাণী চিনাক্ত কৰিব পাৰিছে। কিন্তু অ-মেৰুদণ্ডীৰ ভিতৰত এতিয়াও আধা সংখ্যাক আবিস্কাৰ হবলৈ বাকী আছে। পৃথিৱীত বৰ্তমান ৮,৫৮০ বিধ চৰাই আছে। ভাৰতবৰ্ষত ২,০৬০ বিধ পখী আছে, জন্তু আছে ৫০০ বিধ, সৰীসৃপ ৭৪৮ জাতৰ আৰু কীট-পতংগ আছে ২৯,৭০০ বিধ। অৱশ্যে এই সংখ্যাৰো অধিক আছে বুলি বিজ্ঞানীসকলে বিশ্বাস কৰে। পৃথিৱীৰ উৎথান-পতনৰ ফলত ভূমিকম্প, আগ্নেয়গিৰি, হিমপ্ৰবাহ আৰু সামগ্ৰিক আৱহাওৱা পৰিবৰ্তনৰ ফলত পৃথিবীৰ বুকুত আদিতে বাস কৰা বিৰাট



আকাৰৰ জীৱ-জন্তু, চৰাই আদি লুপ্ত হৈ গ'ল। এতিয়াও যে লুপ্ত হোৱা নাই, তেনে নহয়। বিজ্ঞানীসকলে খোলা 'ৰেড দাটা বুকত' (Red Data Book) প্ৰায় ৬০০ প্ৰজাতিৰ প্ৰাণী লুপ্ত হোৱাৰ পথত। অতীতৰ মোৱা, দদো, দাইন'চৰ আদি অতিকায় জীৱ অন্তৰ্দ্ধান হ'ল। অসমৰ গোলাপীমূৰী হাঁহবিধ আৰু পৰ্বতীয়া 'কোৱেল' বিধ লুপ্ত হৈ গ'ল। গত ২,০০০ হাজাৰ বছৰৰ ভিতৰত ১০৬ বিধ জন্তু, ১৩৯ বিধ চৰাই বিলুপ্ত হ'ল। ভাৰতত এসময়ত ৪০,০০০ বাঘ আছিল, ইয়াৰ বিপৰীতে এতিয়া ২,০০০ মানহে বাঘ আছে গৈ। ১৯৬৮ চনৰ জন্তু পিয়ল অনুযায়ী দেখা যায় যে, ১৯৬৩ চনত ২৮৫টা সিংহৰ বিপৰীতে ১৭৭ টাহে ৰ'ল। কচ্ছ উপদ্বীপত বনৰীয়া গাধৰ সংখ্যা আছিল ১৯৫৩ চনত ৮৫০ টা কিন্তু ই কমি ১৯৬৯ চনত থাকিল গৈ ৩৬২ টাহে। মধ্য প্ৰদেশৰ কান্‌হা অভয়াৰণ্যত দল হৰিণৰ ১৯৬৫ চনত সংখ্যা আছিল ২০০ টা, ১৯৬৯ চনত হ'ল গৈ ৭০টা। মণিপুৰৰ 'দেঙ্কিং ডিয়াৰ' নৃত্যৰতা হৰিণ আগতে বহু আছিল কিন্তু এতিয়া ১৮ টাহে আছে। গত ২৮০ বছৰৰ ভিতৰত ৪ বিধ পাৰ চৰাই, ৩২ বিধ ভাঁটো, ৩ বিধ ফেঁচা, ৫ বিধ হাঁহ, ৪ বিধ হ্ৰাফ আৰু কেইবিধমান চৰাই মহাসাগৰীয় দ্বীপৰ পৰা লুপ্ত হৈ গৈছে। মেক্সিকোৰ উপকূলবৰ্তী অঞ্চলত থকা ৰবটোকোলাৰ সংখ্যা ১৯৪০ চনত হৈছিলগৈ ৪০ টা। ইউৰোপৰ হোলেণ্ডত গোৱা এবিধ চৰাইৰ সংখ্যা ১৯৩৯ চনত ৬১৬ টাৰ ঠাইত এতিয়া মাত্ৰ ১০০ মানহে আছে। চুইজাৰলেণ্ডত এই পখীৰ সংখ্যা ১৯০০ চনত ৩০০ টা আছিল কিন্তু ১৯৪৯ চনত এটা চৰাইকো পোৱা নহ'ল। ১৯৭৭ চনত কেৱল যুক্তৰাষ্ট্ৰতেই ৬৩ বিধ চৰাইৰ জীৱন বিপদ সঙ্কুল বুলি কোৱা হৈছিল। মানুহৰ অদূৰ-দৰ্শিতা আৰু লোভৰ কাৰণে কেনেকৈ পখী নিধন হৈছিল সেই খবৰ জানি সকলোৱে স্তম্ভিত হ'ল। আমেৰিকা যুক্তৰাষ্ট্ৰতেই

সমস্তৰ পখী হত্যাৰ ৰেকৰ্ড বিশ্বৰ ভিতৰতেই প্ৰথম। এই শতিকাৰ শেষ ভাগত অতি সুন্দৰ পাখিৰ বাবে এদিনতে ৫,০০০,০০০ চৰাই গুলীয়াই হত্যা কৰা হৈছিল। আমেৰিকাৰ এবিধ লুপ্ত হোৱা চৰাই হৈছে, "কেৰোলিনা পেৰাকিট"। ইমানখিনি হোৱা সত্বেও আমাৰ মাজৰ বহু সংৰক্ষণশীল লোকে জীৱ-জন্তু, চৰাই-চিৰিকটিৰ সংৰক্ষণৰ বাবে অহোপুৰুষাৰ্থ কৰি আছে। ভাৰতৰ কথাকে কোৱা হওঁক। ৰাজস্থানৰ 'বেলকবাক', চাৰিশিঙিয়া কৃষ্ণসাৰ, "গ্ৰেট ইণ্ডিয়ান বাষ্টাৰ্ড" চৰাইবিধ লুপ্তপ্ৰায়। কিন্তু চৰকাৰে ইয়াৰ সংৰক্ষণৰ যথোপযুক্ত ব্যৱস্থা হাতত লৈছে। বন্যপ্ৰাণী সংৰক্ষণাৰ্থে আমাৰ দেশত ১৮৮৭ চনত আইন ৰচিত হয়। ১৯৭২ চনত কৰা আইনে ২৪ বিধ স্তন্যপায়ী জন্তু, ২ বিধ সৰীসৃপ আৰু ২৪ বিধ চৰাইক সংৰক্ষণ দিছে। পৃথিৱীৰ এক খৰ্গৰ আপুকগীয়া গঁড়ৰ বাসস্থান ঘাইকৈ অসম। কিন্তু অতি পৰিতাপৰ বিষয় ইয়াত গঁড়ে পাবলগীয়া নিৰাপত্তা পোৱা নাই।

—O—

## বাদুলি

বাদুলিয়ে যদিও উৰিব পাৰে, দৰাচলতে এই বাদুলি জন্তুৰ শ্ৰেণীতহে পৰে। সৰীসৃপ অৰ্থাৎ সাপ, বেং, মাছ-কাছ আদিয়ে কণী পাৰে। তেনেদৰে চৰায়েও কণী পাৰে। এই কণী পৰা সম্পৰ্কত চৰাই জাতি আৰু সৰীসৃপ জাতি এক গোত্ৰৰ আছিল বুলি বৈজ্ঞানিক সকলে কয়। বাদুলিৰ গাত নোম আছে। পাখি দুখন পাতল ছালৰ। গা অনুপাতে দীঘলীয়া। ঠোঁটৰ পৰিৱৰ্তে বাদুলিৰ মুখ আছে আৰু আচৰিত কথা এয়ে যে, দুপাৰি ডালিম গুটীয়া দাঁতো আছে। চৰায়ে কণী পাৰি উমনি দি পোৱালি জগায়।



কিন্তু বাদুলিয়ে জন্তুৰ দৰে পোৱালিহে জগায়। এই বাদুলি শুদ্ধভাৱে জন্তুও নহয়, চৰাইও নহয়। জন্তু আৰু চৰাইৰ মাজৰ জীৱ। বাদুলি নিশাচৰ প্ৰাণী। ৰাতিহে ইহঁতে আহাৰ বিচাৰি বাহিৰ হয়। দিনত বাহত পৰি থাকে। এই বাদুলি পৃথিৱীৰ বহু ঠাইত পোৱা যায় আৰু সেই গতিকে কেইবাবিধো বাদুলি আছে। কিছুমান বাদুলি ডাঙৰ। কেতিয়াবা কেতিয়াবা আলিৰ কাষৰ ডাঙৰ গছত কিছুমান বাদুলিয়ে মূৰটো তলৰ পিনে কৰি ওলমি থাকে। দিনত সূৰ্য্যৰ তাপ সহ্য কৰিব নোৱাৰি ইহঁতে তেনেদৰে গছৰ ছাঁত ডালত ওলমি থাকে। ৰ'দ কম হ'লেই খাদ্যৰ অন্বেষণত গধূলি ওলাই যায়। ইহঁতে মঠ-মন্দিৰ, মজজিদত পুৰনি জনপ্ৰাণী নথকা ঘৰৰ বেৰত বা চিলিঙত বাহ লয়। সৰু সৰু বাদুলিবোৰে ঘৰৰ ছালৰ ডাঙৰ ডাঙৰ বাঁহৰ চুঙাৰ ভিতৰতো বাস কৰে। সেয়েহে আমি ইহঁতক চুঙাৰ বাদুলি বুলি কওঁ। এই বাদুলিয়ে পোৱালি জগাই পিয়াহ খুৱাই ডাঙৰ-দীঘল কৰে। ছমাহমানৰ ভিতৰতেই ইহঁত ডাঙৰ বাদুলিলৈ পৰিণত হয়। তেতিয়ো এই পোৱালিবোৰে মাক-বাপেকক এৰি বেলেগে থাকিব নলয়। সৰু হৈ থাকোঁতে মাকে পোৱালিক বুকুৰ মাজত লৈ উৰি যাব পাৰে। পোৱালিয়ে সৰু সৰু ঠেঙেৰে মাকৰ গাৰ ছালত খামোচ মাৰি ধৰি থাকে।

এই বাদুলিয়ে আমাৰ বাৰীৰ পকা কল, ফলমূল খাই খেতিয়কৰ অশেষ অনিষ্ট সাধন কৰে। সঁচাকৈয়ে এই বাদুলি এবিধ আচৰিত প্ৰাণী।

—O—

## আমাৰ পখিলা

আমাৰ সেউজীয়া হাবি-বননিৰ মুকলি ঠাইত আৰু গাওঁ নগৰৰ আশে পাশে বিভিন্ন ৰঙৰ পখিলাই জাকি মাৰি মাৰি উৰি ফুৰি আমাৰ মনত আনন্দ দিয়ে। হাবি-বননিৰ এইবোৰ অলংকাৰ। পখিলা-ভোমোৰা আদি নেথাকিলে হাবি-বননিৰ বুকু উকা উকা লাগিলে হেঁতেন। প্ৰকৃতিৰ বিনন্দীয়া পৰিবেশত এই সৰু সৰু প্ৰাণীয়ে উৰি উৰি আমাৰ মনোজগতখন পোহ-ৰায়।



—০—

## বন আইনৰ ৰূপৰেখা

দৰাচলতে অসমৰ অৰণ্যানি আদিতে বৈজ্ঞানিক ভাৱে নিয়ন্ত্ৰিত হোৱা নাছিল। আহোম সকলৰ পদাৰ্পণৰ আগতেও আৰু পিছতো। বৃটিছৰ আগমনৰ পিছত অসমৰ বনাঞ্চলৰ উন্নয়ন আৰু সম্প্ৰসাৰণ হৈছে। ১৮৭১-১৯০০ চনৰ পৰাহে অসমৰ বন সম্পদৰ ওপৰত নিয়ন্ত্ৰণৰ ব্যৱস্থাপনা প্ৰচলিত হয়। ১৮৯২ চনত অসমৰ বন বিধানখন 'আছাম ফৰেষ্ট মেনুৱেল' (The Assam Forest Manual) ৰচিত হয়। তেতিয়াৰে পৰা বনজ সম্পদৰ পৰিচালনাৰ ক্ষেত্ৰত প্ৰকৃততে কাম কৰা বুলি ধৰিব পাৰি। ইয়াক ভালদৰে পৰিচালনা কৰাৰ কাৰণে কৰ্ম-চাৰীক প্ৰশিক্ষণ দিয়াৰ নিয়ম হ'ল। বঙ্গদেশত স্থাপিত হোৱা বনবিদ্যালয়ত অসমৰ বহু কৰ্মচাৰীয়ে প্ৰথমতে প্ৰশিক্ষণ লয়।



ইয়াতকৈ উচ্চ স্তৰৰ উত্তৰ প্ৰদেশৰ ডেৰাডুনত 'ফৰেষ্ট ৰেঞ্জাৰছ কলেজ' আৰু 'ইণ্ডিয়ান ফৰেষ্ট কলেজ' স্থাপিত হোৱাত সেই কলেজ দুখনতো অসমৰ কৰ্মচাৰীয়ে প্ৰশিক্ষণ লোৱাৰ সুযোগ পায়। মাদ্ৰাজৰ কোম্বাইটুৰিতো এখন ফৰেষ্ট ৰেঞ্জাৰৰ কলেজ স্থাপিত হয়। ইয়াৰ পিছত অসমত গুৱাহাটীৰ জালুকবাৰীত বন বিদ্যালয় (The Assam Forest School) আৰু বহু পিছত মাকুমত বনৰক্ষীৰ বাবে বন বিদ্যালয় (The Assam Forest Guards' School) স্থাপিত হয়। জালুকবাৰীৰ বন বিদ্যালয়ত বনপালকক শিক্ষা দিয়া হয়। মেঘালয়ৰ বৰ্ণিহাতত এখন ফৰেষ্ট কলেজ এতিয়া স্থাপিত হৈছে য'ত অসমৰ আৰু আন ঠাইৰ উচ্চ বৰ্গৰ বন কৰ্মচাৰীক প্ৰশিক্ষণ দিয়া হৈ আছে। এই প্ৰশিক্ষিত বন কৰ্মীসকলে অসমৰ অৰণ্য সংৰক্ষণ, উন্নয়ন আৰু সম্প্ৰসাৰণৰ কাম কৰি আছে। বন্যপ্ৰাণী সংৰক্ষণৰ ক্ষেত্ৰত এনেদৰে সময়ে সময়ে আইন ৰচিত হৈছে।

এনেদৰে আইনৰ মেৰপাকেৰে বন্যপ্ৰাণীক সংৰক্ষণ দিলেও দুখৰ বিষয় বহু অদূৰদৰ্শীলোকে চোৰাংকৈ হাতী, গঁড়, হৰিণ আৰু অন্যান্য বন্যপ্ৰাণী বধ কৰিয়েই আছে। চিৰসেউজীয়া অৰণ্যভূমিত চোৰাং কাঠকটীয়াই গছ-গছনি কাটি হাবিখন তছি-লং কৰি আছে। অসমৰ ৰাইজৰ সহযোগ বিনে অসমৰ এই আপুৰুগীয়া হাবি খনৰ লগতে ইয়াত বাস কৰা প্ৰাণীপুঞ্জক ৰক্ষা কৰাটো কোনোপধ্যেই ফলৱতী নহব।

—০—

## আলোচিত গ্ৰন্থ


১) দি বুক অৱ ইন্দিয়ান বাৰ্ড্চ —ড° চেলিম আলি।

২) দি বুক অৱ ইন্দিয়ান এনিমেলচ্—এচ এইচ্ প্ৰেটাৰ।

৩) অসমৰ বনজ সম্পদ—ড° হৰিপ্ৰসন্ন দাস।

৪) মেডিচিনেল প্লেট্চ অৱ আচাম—এন কে দেৱ।

৫) বিভিন্ন সংবাদ পত্ৰৰ টোকা।

৬) ফৰেষ্ট এণ্ড ফৰেষ্ট বিচৰ্চেচ্ অৱ আচাম।


—ফটিক চন্দ্ৰ গগৈ।



